নীতি কথামালা—৩

# লোকপ্ৰিয় বৰদলৈ

শ্ৰীচিত্ৰ মহন্ত

লয়াৰ্চ বুক ষ্টল

গুৱাহাটী

প্ৰকাশ কৰোঁতা-
লয়াৰ্চ বুক ষ্টল
গুৱাহাটী ।

ছপা কৰোঁতা—
শ্ৰীশুক্লেশ্বৰ বৰা
জয়ন্তী আৰ্ট প্ৰেছ
গুৱাহাটী ।

পৰিবৰ্ত্তিত আৰু পৰিবৰ্দ্ধিত
২য় প্ৰকাশ

১৮০৪ শকাব্দ
১৮ ভাদ

মূল্য এনে দহ অনা মাথোন ।

# বাণী-চ'ৰা

## অধ্যক্ষ হেম বৰুৱাদেৱৰ

১৯৫১ চনৰ ৫ আগষ্ট তাৰিখে স্বৰ্গীয় বৰদলৈ দেৱৰ প্ৰথম মৃত্যু তিথি পৰিছে। জাতীয় বীৰৰ সোঁৱৰণ তিথিৰ দিনা এই কণমান কিতাপখন উলিয়াই শ্ৰীমান মহন্তই ডাঙৰ কাম কৰিছে। ইয়াত ভাইটি ভনীটিহঁতে জানিব লগা কথা আছে। লগতে স্বাধীনতা বুৰঞ্জীবো ভালেখিনি কথা আছে। এইবোৰ কথা বুঢ়ী আইৰ মুখেদি প্ৰকাশ কৰা হৈছে। ভাষা সহজ হৈছে। কণ কণ ল'ৰা ছোৱালীয়ে অনায়াসে বুজিব পাৰিব। ফিল্মৰ ছবিৰ দৰে ইটোৰ পিছত সিটো দৃশ্য বাগৰি আহিছে—ছবিৰ নায়ক গোপীনাথ বৰদলৈ। দৃশ্য-পট অসম আৰু বিষয়-বস্তু আমাৰ স্বাধীনতা যুঁজ।

—হেম বৰুৱা

৬।৭।৫১

# কৃতজ্ঞতা

সোণকণহঁতৰ কোনো কোনোৱে আহি বুঢ়ী আইতাকক [illegible]-ছেহি বোলে—"আইতা, তোৰ সোলা মুখৰ কঠুৱা শব্দ-কিছুমান আৰু অ'ৰ পৰা ত'ত ধৰা কথাটো কেতিয়াবা কেতিয়াবা বুজি নাপাই বিমোৰত পৰোঁ।" আবুয়েকে কৈছে বোলে "সোণহঁত সোলামুখৰ কথাবোৰ অলপ কঠুৱা আৰু ঘটনাবোৰ অলপ পাকলগা হ'লেও মন দিলে বুজি পাবা আৰু বুজি নাপালেই সুধি-পুচি লবাহঁকচোন।"

'অকণিৰ মণিৰাম' আৰু 'অকণিৰ বিদ্ৰোহী পিয়লি'য়ে অকণিহঁতৰ-পৰা আশাতীত মৰম পোৱা দেখি—তেওঁলোককে সন্তুষ্ট কৰিবৰ বাবে ইয়াকো উলিয়ালোঁ। মইনাহঁতে মৰমৰ চকুৰে চালে বং পাম।

পুথিখনি যুগুত কৰোঁতে সমসাময়িক বাতৰি-কাকত, আলোচনী আৰু নানাজনৰ নানা পুথি-পাঁজিৰ প্ৰবন্ধ-পাতিৰ সহায় লোৱা হৈছে। তেখেতসকললৈ কৃতজ্ঞতা জনালোঁ। শ্ৰীযুতা পাঠকে ইয়াক ছপাবলৈ হাতত নোলোৱা হ'লে কোনে জানে ই ধোঁৱা চাং শুৱনি কৰি নাথা-কিলহেঁতেন বুলি? তেখেতৰ ওচৰত লিখক কৃতজ্ঞ নহৈ নোৱাৰে। পুথিখনি প্ৰকাশৰ বাটত নানা প্ৰকাৰে সহায়-সহযোগ কৰা বাবে শ্ৰীশৰৎচন্দ্ৰ পাঠকৰ ওচৰত লিখক চিৰ কৃতজ্ঞ। শ্ৰীমান ৰবীনেও সহায় কৰিছে।

ছপাৰ আগতে সাংবাদিক শ্ৰীতিলক হাজৰিকাই এবাৰ হাত ফুৰাই দিয়া বাবে তেখেতৰ ওচৰতো কৃতজ্ঞতা স্বীকাৰ কৰিলোঁ। অধ্যাপক বৰুৱাদেৱে নানা খুটি-নাটি দেখুৱাই এবাৰ পুথিখনিত চকু ফুৰোৱা বাবে লিখক গৌৰৱান্বিত।—সৰ্ব্বশেষত লিখকসকলৰ আটাইতকৈ টান কামটোকে—নকল কৰি দিয়া বাবে ভনীটি শ্ৰীমতী কিৰণকুমাৰী মহন্তকো হিয়া ভৰা আশীৰ্ব্বাদ দিছো।

গুৱাহাটী, চেনিকুঠী }
৫ আগষ্ট '৫৯ }

শ্ৰীচিত্ৰ মহন্ত

# দ্বিতীয় প্ৰকাশৰ এষাৰ

প্ৰথম প্ৰকাশৰ পুথি অতি সোনকালে অন্ত হৈ যোৱা বাবে আকৌ ইয়াক পৰিবৰ্দ্ধিত আৰু পৰিবৰ্ত্তিত ভাবে প্ৰকাশ কৰাৰ ব্যৱস্থা কৰিলোঁ। আগৰ বাবৰ ভাষা আৰু ঘটনা আদিত কিছু হাত ফুৰোৱা হৈছে।

ভৰলুপাৰ গুৱাহাটী
স্মৰণীয় শুকুৰবাৰ
৪ ছেপ্টেম্বৰ, ১৯৫৩

—শ্ৰীচিত্ৰ মহন্ত

মৰমৰ ভনীটি শ্ৰীমতী অহল্যাবালা মহন্তলৈ

—উপহাৰ—

ভনীটি,

তুমি এফোন্দ পাতিছিলা বোলে তোমাক এখন কিতাপ নিদিলোঁ। এতিয়া দিলোঁ। হ'লনে ?

দাদাৰে,

—চতুৰ

# লোকপ্ৰিয় বৰদলৈ

——::০::——

"সেইদিনা কাল-পুৰত্তী-নিশা। ৬ আগষ্টৰ সূকয আকাশত ভুমুকি মাৰিবলৈ আৰু অলপহে বাকী। গোটেই অসম আকাশখন যেন থৰ্ থৰকৈ কঁপিবলৈ ধৰিলে। অসমীৰ বুকু চিৰিংকৈ উঠিল। তেওঁৰ বৰ পুত্ৰই যেন তেওঁৰপৰা বিদায় মাগিবৰ কাৰণে সাজু হৈছে। হঠাৎ অসমৰ আকাশে-বতাহে ভাহি আহিল এবাৰ মাথো কথা—"অসমীৰ বৰপুত্ৰ "গোপীনাথ আৰু নাই। কোনে বাৰু এনে কথা বিশ্বাস কৰিব? জাতিৰ আদৰৰ ধনক বিদায় দিবৰ বাবে কোন সাজু থাকিব? কিন্তু নাই। নিয়তিয়ে কাঠ-হাঁহি মাৰি যেন সকলোকে উপলুঙা কৰি কৈ গ'ল—"তোৰ আদৰৰ ধন, মোৰনো কি?" অসমীৰ বুকু ভাঙি, লাখ লাখ ৰাইজক কন্দুৱাই সঁচাই তেওঁ সেইদিনা গুচি গ'ল। উঃ কি যে নিৰ্ম্মম বাতৰিটো! হাজাৰ হাজাৰ লোক আগবাঢ়িল প্ৰিয়জনৰ শেষ দৰিশনৰ বাবে। পৰি আছে শান্ত-শীতল পাটীখনিত—অত বছৰৰ কঠোৰ পৰিশ্ৰমৰ যেন জিৰণিহে ললে! হিয়াধুনি কান্দিলে কি হ'ব! দেশৰ ইমূৰৰপৰা সিমূৰলৈ দেশৰ প্ৰতিজনৰ কান্দোনৰ ধ্বনি উঠিল—কিন্তু হিয়া জানো শাঁত পৰিল?

"শান্তি স্থাপনৰ নামত বৃটিছে ভাৰতীয়ৰ শাসন-ব্যৱস্থাদি ভৰিৰে মোহাৰি পঞ্জাব, ৰাজস্থান, মহীশূৰ, অযোধ্যা, বঙ্গ আৰু শেহত মোৰ চিৰ স্বাধীনা অসমো অধিকাৰ কৰি যেতিয়া শান্তিৰ নামতে প্ৰজাৰ ওপৰত ঘোৰ উৎপীড়ন চলাব ধৰিলে—তেতিয়াই ভাৰতীয় ৰাইজৰ মনত বিদ্ৰোহৰ ভাবে উম লবলৈ ধৰিলে। অসমে হলে প্ৰথমৰেপৰাই বৃটিছক দুখৰ ভাত সুখেৰে খাবলৈ দিয়া নাছিল। গোমধৰ কোঁৱৰ, ধতুৰা বৰগোহাঞি আদিকে লৈ পিয়লি ফুকন, মণিৰাম দেৱানলৈকে কোনেও বৃটিছক সুখে নেৰিলে।

"১৮৫৭ চনে ভাৰতৰ স্বাধীন হৈ থকাৰ সকলো আশা আকাঙ্ক্ষাকে ছাই কৰি দিয়ে। এই বিদ্ৰোহৰ পিচৰপৰা ভাৰতীয় ৰাইজ স্বাধীন মাতষাৰৰপৰাও বঞ্চিত হয়।"—এইদৰে আবুয়েকে নাতি-লৰা সোণকণৰ আগত কৈ যায়—স্বাধীনতাৰ নামত ভাৰতীয় ৰাইজে কৰা মহান ত্যাগৰ কথাবিলাক। নাতিয়েক সোণকণে শুনি যায় একমনে।

"অ' আইতা তয়ো তো কমজনী নহয় অ'। কিবা এটা উলিয়াই দেখো গোটেই কিমান যুগৰ কথাই ঘুকটি পেলাব। বৰদলৈৰ কথাহে ক'ব খুজিছিল।"—সোণটিয়ে বুঢ়ী আইতাকক সোঁৱৰাই দিয়ে।

"কওঁ ৰ ধন—এইবিলাক কথাৰ এটা ক'লে আনটো এৰিব নোৱাৰি নহয়।

"সৌ সিদিনাৰ কথা। দুৰ্দ্দান্ত ক্লাইৱে ইথনৰ পিচত সিধনকৈ ৰাজ্যবিলাক বেহা-বেপাৰৰ নামতে হাত কৰি লৈ—সমস্ত

ভাৰতৰে অধিপতি হৈ বহে। শেষত ভাৰতীৰ পূৰ্ব্বদ্বাৰ বঙ্গৰ নবাব ছিৰাজউদ্দৌলাক নানা ষড়যন্ত্ৰ কৰি পত্নী-পুত্ৰ সমন্বিতে হত্যা কৰিহে নিষ্ঠুৰ ক্লাইব ক্ষান্ত হয়। কিমাননো কৈ শেষ কৰিম বোপাই ; কওঁ মানে ওলায়ে থাকিব।

"৫৭ ছালৰ বিদ্ৰোহৰ পিচত দেশখন শান্ত হৈ গ'ল। বৃটিছৰ কঠোৰ উৎপীড়নৰ ফলত দেশৰ মনুহৰ মুখৰ মাত একেবাৰে বন্ধ হ'ল।

"তাৰ বহু বছৰ পিচৰ কথা। বোম্বাই নগৰীত এজন চাহাবৰ যত্নত ভাৰতীয় কংগ্ৰেছ গঠিত হয়। তেওঁৰ নাম আছিল ডাঃ হিউম। কংগ্ৰেছৰ সদস্যসকল আছিল প্ৰায়ে ধনী আৰু সম্ভ্ৰান্ত শ্ৰেণীৰ। তেওঁলোকৰ উদ্দেশ্য আছিল ভাৰতীয় লোকক চাকৰি-বাকৰিত সা-সুবিধা দিয়াৰ দাবী কৰা। দিনৰ পিচত দিন বাগৰি গ'ল। লাহে লাহে ইয়াত লোকমান্য তিলক, গোখেল আদি জাতীয়তাবাদী লোক সোমাই পৰিল। শেহলৈ ইয়ে ভাৰতীয়ৰ আশা-আকাঙ্ক্ষা পূৰোৱা অনুষ্ঠানত পৰিণত হোৱাৰ লক্ষণ লয়। লাহে লাহে এই অনুষ্ঠানে নিজৰ ভৰিৰ ওপৰত থিয় দি নিজৰ দেশত স্বাধীন ভাৱে বৰ্ত্তি থাকিব পৰা অৱস্থা এটা পাবলৈ আশা কৰি আগুৱাবলৈ ধৰে। মহাত্মাৰ প্ৰৱেশে ইয়াক অতি সবল কৰি তোলে।"

"আইতা, তই জানো মহাত্মাক দেখিছ ? তেওঁ ক'ৰ মানুহ আছিল ?"

"কিয় নেদেখিম জীউ? গুৱাহাটীত ফুকন ডাঙৰীয়াৰ ঘৰত তেওঁ বিলাতী কাপোৰ পোৱা যজ্ঞৰ ওৰা ধৰা নাছিল জানো?

"গুজৰাটৰ পোৰবন্দৰৰ মধ্যবিত্ত পৰিয়ালৰ এটি ল'ৰা। একেবাৰে পয়ঁা লগা ল'ৰা। মাক-বাপেকে, সি যে কেতিয়াবা কিবাটো কৰি খুৱাব—তেনেটো আশা পোহা নাছিল। ইমান ভয়াতুৰ, ইমান মনোবল নোহোৱা ল'ৰাটো যে আছিল! সি হেনো আন্ধাৰ ৰাতি ঘৰৰপৰা নোলাইছিলেই—কাৰণ তাৰ মনত আন্ধাৰ ৰাতিটো এটা প্ৰকাণ্ড দৈত্য। আন কি যেতিয়া বিয়া-বাক হৈ গ'ল সেই সময়তো বোলে ঘৈণীয়েকজনী লগত ন'হলে অকলে ঘৰত সোমাই থাকিবলৈ ভয় কৰিছিল—এনে। আকৌ ঘৈণীয়েকে আন্ধাৰ ৰাতি বাটে বাটে ফুৰি ফুৰাত সি আচৰিত হৈছিল।

"সেই ল'ৰাটোৱে দৈৱৰ ফেৰত পালেগৈ বিলাত। বিলাতত বেৰিষ্টাৰি পঢ়িব। কিন্তু এই সময়তে তেওঁৰ যি লাই বাঢ়িব জুপতীয়াতে চিন ওলাই পৰে। বিলাতলৈ ওলোৱা সময়ত মাকে ক'লে—"অ' মোৰ সোণ, বিলাতলৈ যাবি তো, কিন্তু তই যদি যোৱা সময়ত কেইটামান প্ৰতিজ্ঞা কৰি যাৱ—তেতিয়াহে তোক মই খোলা অন্তৰেৰে বিদায় দিব পাৰিম।"—সেয়ে হ'ল। তেওঁ মাকৰ ভৰি ছুই শপত খাই গ'ল মাকৰ কথা ৰাখিব বুলি। হয়, বিলাতত তেওঁ মাকৰ কথা ৰাখিলেও।

নানা বাধা-বিঘিনিৰ মাজেদি তেওঁ বেৰিষ্টাৰি পঢ়ি অঁতালে। পঢ়াৰ শেহত ভাৰত পালে। কিন্তু সিমান উচ্চথাপৰ বেৰিষ্টাৰ

নোহোৱা বাবে ভাল মকৰ্দ্দমা আদি নোপোৱাত তেওঁৰ উপাৰ্জ্জনৰ বাট সিমান সুগম নহ'ল।

এনেবিলাক পৰিস্থিতিত পৰি দক্ষিণ আফ্ৰিকাৰ ভাৰতীয় ব্যৱসায়ী এজনৰ মকৰ্দ্দমাত ওকালতী কৰিবলৈ বুলি তেওঁ আফ্ৰিকা পালেগৈ। কিন্তু তেওঁ গৈ আচৰিত হ'ল, ভাৰতীয়ৰ ওপৰত অৰ্থাৎ ক'লা মানুহৰ ওপৰত বগা মানুহৰ তাত অত্যাচাৰ দেখি। তেওঁ মৰ্ম্মাহত হ'ল। ৰেলৰ ওপৰ শ্ৰেণীত ক'লা মানুহৰ বাবে ঠাই নাই; ঘোঁৰা গাড়ী আদিত ভাৰতীয় লোক যাব নোৱাৰে। আন কি চৰকাৰী ৰাস্তাৰেও ভাৰতীয় মানুহ গ'লে জগৰ। পাগুৰি মাৰি যোৱা ভাৰতীয় মানুহে চাহাবৰ আগত পাগুৰি খুলি ল'ব লাগে। এনেবিলাক কাণ্ড দেখি ডেকা বেৰিষ্টাৰে কিন্তু সেও নেমানিলে। প্ৰতিটো নিষেধ কাৰ্য্যকে তেওঁ কৰি গ'ল। ফলত পালে কি? চৰ, ভুকু আৰু নানা অন্যায় অত্যাচাৰ; লাঠীৰ কোব, শিলগুটি, চোঁদাপানীৰ বটল আৰু ঘোলা কণীৰ দলি। সকলোকে তেওঁ নীৰৱে সহ্য কৰিলে। সেই দেশৰ সমস্ত ক'লা মানুহকে জগাই তুলিলে। ভাৰতীয়বোৰ যেন তাত বলিয়া কুকুৰহে। সকলোৰে শেহত চলালে সত্যাগ্ৰহ আন্দোলন। কেইবাবাৰো আন্দোলন চলালে। কৃতকাৰ্য্যও হ'ল। বগা চৰকাৰে এদিন ক'লাৰ দাবী মানি লবলৈ বাধ্য হৈ পৰিল।

"ইপিনে বেৰিষ্টাৰৰ নিজা দেশতো প্ৰবল আন্দোলন। লালা লাজপত ৰায়, গোখেল, তিলক আদিৰ নাম এই আন্দোলনৰ জৰীয়তে বৈ-বৈ যোৱা। এজন ভাৰতীয় ডেকা বেৰিষ্টাৰে

আফ্ৰিকাত গৈ কি কাণ্ডখন কৰিব ধৰিছে—তেওঁলোকৰো কাণত পৰিল। হঠাৎ এদিনাখন ডেকাই জন্মভূমিত যি বিদ্ৰোহৰ ফিৰিঙতি ছিটিকিব ধৰিছে, তাতে নামি পৰিল। ভাৰতীৰ মুখত হাঁহিৰ ৰেখা বিৰিঙিল। সেইজনেই তহঁতৰ মৰমৰ বাপুজী—মহাত্মা গান্ধী। বুজিলি ?

"১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখে প্ৰথমে মহাত্মা গান্ধীয়ে ভাৰতত সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰে। '৫৭ চালৰ নিৰস্ত্ৰ ভাৰতীয়ৰ দুৰ্দ্দশাগ্ৰস্ত পৰাজয়ৰ পিচত এইপাত নতুন অস্ত্ৰৰ উদ্ভাৱন হয়। দক্ষিণ আফ্ৰিকাতে সেই অস্ত্ৰৰ পৰীক্ষা কৰি আনি ভাৰতীয় কংগ্ৰেছৰ ওচৰত দাখিল কৰা হয়। গোখেল, তিলক এই মহাঅস্ত্ৰৰ চিক্‌মিকনিত স্তম্ভিত হৈ যায়। বৃটিছৰ কামান-বৰতোপ কঁপিবলৈ ধৰে।

এই অস্ত্ৰই দেশত তুলি দিলে মহা ৰোল। পণ্ডিত মতিলালৰ পুত্ৰ জৱাহৰলাল নেহৰুৱে এদিন হঠাৎ বজ্ৰস্বৰে কৈ উঠিল—"পূৰ্ণ স্বাধীনতা নোপোৱালৈকে আমাৰ বিৰাম নাই।"—এই যে চলিল অভিযান—ইয়াৰ অন্ত নহ'ল। মতিলাল, গোখেল, তিলক, চিত্তৰঞ্জন, তৰুণৰাম, পেটেল আদিকে লৈ হাজাৰ হাজাৰ দেশকৰ্ম্মী নামি পৰে—জন্মস্বত্ব স্বাধীনতাৰ বাবে। অহিংস সত্যাগ্ৰহৰ লগে লগে আকৌ গঢ়ি উঠে হিংস আন্দোলনকাৰী দল এটাও। বৃটিছৰ পাশুপত হেৰাই যায়। তেওঁলোকৰ সমস্ত শক্তিকে ইয়াক দমনৰ বাবে প্ৰয়োগ কৰিলে। দেশত দিনৌ ন ন

আইন লগাই, মানুহৰ ওপৰত পাশৱিক অত্যাচাৰ চলাই যাবলৈ ধৰিলে। জালিয়ানৱালাবাগৰ হত্যাকাণ্ড বুৰঞ্জীৰ তেনে এটা মচ নোখোৱা ক'লা চেকা। ভাৰত জীয়াই থাকেমানে জালিয়ান-ৱালাবাগৰ হত্যাকাণ্ডৰ তেজৰ চেকা মচ নেখাব। সেইদিনা চাৰিওফালে প্ৰাচীৰেৰে ঘেৰা মৈদানত গোট খাইছিল হেজাৰ লাখ জনতা। নিজৰ জন্মস্বত্ব জনাবৰ বাবে—বৃটিছে ভাৰতত কৰা অত্যাচাৰৰ প্ৰতিবাদকল্পে। জেনেৰেল ডায়াৰে সেই ঠাইত সভা-সমিতি নিষিদ্ধ বুলি ভাৰপৰা আঁতৰি যাবলৈ মাত্ৰ কেই-মিনিটমান সময় দিয়ে। অতি ঠেক বাট এটাৰে ওলাই অহা হেজাৰ-বিজাৰ জনতাৰ সন্মুখত মেছিনগান পাতি এফালৰপৰা গুলিয়াই যায়। এই পৈশাচিক নৰ-মেধ যজ্ঞৰ দ্বাৰা বৃটিছে ভাৰতীয়ক দমাই ৰাখিব নোৱাৰিলে। বৰং এই মহামতি আৰু দ্বিগুণে জ্বলিহে উঠিল। '৫৭ ছালত কৰা দমন-নীতিয়ে এই-বাৰ কাম নিদিলে। বৃটিছৰ চাউল ভাৰতত উঠাৰ আগন্তুক দেখা দিলে।"

"অ' আইতা, বৰদলৈৰ কথাহে কব খুজিছিলি? এই-বিলাকনো আৰু কিমান শুনিম?"

"কিয়, তোৰ বেয়া লাগিছে সোণ? এইবিলাক তাৰেই কথা। বাৰু শুনচোন অসমৰ কথাকে কওঁ। মণিৰাম দেৱানৰ ফাঁচীৰ পিচত দেশখনে নিটাল মাৰিলে। দেশৰ বৰমূৰীয়া লোকসকলে স্বাধীনতাৰ কাৰণে আৰু যত্ন নকৰি বৃটিছৰ ছত্ৰ-ছাঁয়াতে কেনেকৈ সুখী জীৱন যাপন কৰিব পাৰে তাতহে

লাগিল। অৱশ্যে জগন্নাথ বৰুৱা, মাণিকচন্দ্ৰ বৰুৱা আদি কিছুমান লোকে যাচি দিয়া গোলামি চাকৰি নকৰোঁ বুলি প্ৰত্যাখ্যান কৰে।

ইতিমধ্যে ভাৰতত জাতীয় কংগ্ৰেছ যি উদ্দেশ্য লৈ গঠিত হ'ল—সেই একে উদ্দেশ্যকে লৈ অসমৰ চাকৰি-বাকৰিত অসমীয়া লোকক প্ৰথম সুবিধা দিবৰ বাবে দাবী কৰি অসম এছোচিয়েশ্যন নামে এটা অনুষ্ঠান গঠিত হয়।

মণ্টেগু ছেমছ্‌ফোৰ্ড শাসন-সংস্কাৰমতে আন আন প্ৰদেশে পোৱা সুবিধাবিলাকৰপৰা অসমক বঞ্চিত কৰে। অসম এছোচিয়েশ্যনৰ পক্ষৰপৰা নবীনচন্দ্ৰ বৰদলৈ আৰু প্ৰসন্নকুমাৰ বৰুৱাক বিলাতৰ পাৰ্লামেণ্টলৈ এই কাৰ্য্যৰ প্ৰতিবাদৰ বাবে পঠায়। কিন্তু বিলাতৰ কৰ্ত্তৃপক্ষই অসমৰ আবেদন-নিবেদন মঞ্জুৰ নকৰিলে। নবীনচন্দ্ৰ বিফল হৈ ফিৰিব লগাতেই পৰিছিল। সৰ্ব্বশেহত কিন্তু নবীন বৰদলৈৰ নেৰা-নেপেৰা চেষ্টাৰ ফলত—তেওঁৰ লগত অসমৰ এই দাবীৰ বিষয় আলচ কৰিবলৈ বৃটিছৰাজ সম্মত হয়। নবীনচন্দ্ৰই বৃটিছক, আন আন ভাৰতীয় প্ৰদেশৰ দৰে অসম ভাষা, কৃষ্টি আদি সকলো ফালৰপৰা কেনেকৈ এখন স্বতন্ত্ৰীয়া প্ৰদেশ আৰু ইয়াৰ শাসন-সংস্কাৰৰ ভিতৰুৱা হবৰ কেনেকুৱা যোগ্যতা আছে সকলোকে তন্ন-তন্নকৈ দেখুৱায়। সৰ্ব্বশেহত বৃটিছ চৰকাৰে অসমীয়া ৰাইজৰ দাবী মানিবলৈ বাধ্য হ'ল। অসমতো ছেমছ্‌ফোৰ্ড শাসন-সংস্কাৰ প্ৰয়োগ হ'ল। মণিৰাম-পিয়লিৰ

পিচত অসমৰ জাগ্ৰত জনমতৰ ই এটা লেখত লবলগীয়া কৃতকাৰ্য্যতা। এই অসম এছোচিয়েশ্বন ১৯২১ চনত অসম কংগ্ৰেছত পৰিণত হয়। নবীন বৰদলৈয়ে ভাৰতীয় কংগ্ৰেছত অসমৰ প্ৰথম প্ৰতিনিধিত্ব কৰে।

"কিছুদিন পিচত কৰ্ম্মবীৰ বৰদলৈ আৰু ডেকা-কৰ্ম্মী গোপীনাথৰ অসীম যত্নত বিলাসী চিকাৰী বেৰিষ্টাৰ তৰুণৰাম ফুকনো কংগ্ৰেছত নামে। তৰুণ ফুকনৰ কংগ্ৰেছ প্ৰবেশত অসম কংগ্ৰেছ নতুন বলেৰে বলিয়ান হৈ উঠে। এইদৰেই '৫৭ ছালৰ পিচত নিজৰ মুখৰ মাতষাৰি অসমীয়া ৰাইজে আকৌ ফিৰাই পায়।

"তৰুণ-নবীনে দেশক নো কি গঢ়েৰে নগঢ়িলে! কথাত কথা ওলায়—নবীন বৰদলৈৰ কথা আজিও মনত পৰে। এবাৰ গুৱাহাটীৰপৰা ১৫ মাইল দূৰৰ গাঁও এখনলৈ তেওঁ স্বৰাজৰ কামত যায়। কিন্তু তেওঁ তাৰ মানুহবিলাকৰ মনোবৃত্তি দেখি বৰ দুখ পায়। পিচদিনা এখন ৰাজহুৱা সভাত বক্তৃতা দিব। সভাত থিয় হৈয়ে তেওঁ বজ্ৰগম্ভীৰ স্বৰে আৰম্ভ কৰে—"ৰাইজ আমি স্বৰাজৰ কাৰণে যুঁজিছো। কিন্তু স্বৰাজ মানেনো কি? স্বৰাজ মানে বগা চাহাবহঁতক খেদি সিহঁতৰ গাদীত আমি বহিম—এয়ে স্বৰাজ নে কি? স্বৰাজ মানে নিজৰ ৰাজ—নিজে নিজে ৰজা, নিজে নিজে প্ৰজা; নিজৰ কাম নিজে নিজে চলাই যোৱা। মই দেখি আচৰিত হৈছো আপোনালোকে আপোনালোৰ গাঁৱৰ বাট পদূলি আদি ভালতো

নকৰেই—ৰৰং তাৰ ওপৰত ইমান অত্যাচাৰ। ৰাইজ, মই আজি ৰাজহুৱা সভাত থিয় দি এই লগুণত হাত দি কৈছোঁ—যদি কাইলৈ আপোনালোকে বাটৰ ওপৰৰ ময়লা আদি আৰু গছ-গছনি কাটি-ছিঙি আদিটো পৰিষ্কাৰ নকৰে—মোৰ এই লগুণ মই নিজ হাতে ছিঙি পেলাম।"—যেন জুইহে বৰষিলে। সভা-স্থলীত কাৰো মাতবোল নাই—সকলো ঘৰাঘৰি গ'ল। পিচ-দিনা দেখা গ'ল শ শ ৰাইজে দা-কোদাল হাতত লৈ গোটেই আলি বাটটো একেবাৰে পৰিষ্কাৰ কৰি পেলালে। তেওঁ আছিল তেনে কৰ্ম্মযোগী। সেই বাবেই দেশে তেওঁক নাম দিলে কৰ্ম্মবীৰ। আৰু এদিনাৰ কথা—তেওঁ যেতিয়া বিলাতলৈ যায় তেতিয়াৰ। সেই একেখন জাহাজতে গোখেল আদি কেবাজনো ভাৰতীয় নেতাও বিলাতলৈ গৈছিল। তেওঁলোক গৈছিল মণ্টেগু শাসন সংস্কাৰ নালাগে বুলি প্ৰতিবাদ কৰি-বলৈ। যেতিয়া তেওঁলোকে বৰদলৈৰ উদ্দেশ্য বুজিব পাৰিলে—সুধিলে—"ৰৰদলৈ, যিটো বস্তু আমি নালাগে বুলি ওভোতাই দিবলৈ ওলাইছো—সেই একে বস্তুকে আপুনি আকৌ মাগি-বলৈ জোলোঙা লৈ ওলাইছে—ই কেনে কথা? বৰদলৈয়ে টপৰাই মাত দিলে—"ভয় নকৰিব; আমিও আপোনালোকৰ পিচতে খোজ লম।" তেওঁ গোখেল আদি নেতাক ফঁহিয়াই দেখুৱালে যে ভাল হ'ক বেয়া হ'ক এটা সম-মৰ্য্যাদাৰ ব্যৱস্থা আমালৈয়ো হ'লেহে—আন আন ভাৰতীয়ৰ লগত সমানে খোজ মিলাব পৰা যাব।—আৰু ফুকনটো! তেওঁৰ কথানো

কি কম ? তেওঁক ভাৰতত নজনানো কোন আছে ? হেৰ্‌-সিদিনালৈ অসমক আনবিলাক ৰাজ্যৰ লোকে 'ফুকনৰ দেশ' বুলিয়ে জানিছিল। তেওঁ নিজে ফৰিংফুটা জোনাক।

"ল'ৰা কালৰ গোপী বৰদলৈ এজন অধ্যয়নৰত ছাত্ৰৰ বাহিৰে একো নাছিল। তেওঁৰ গাত ভৱিষ্যত নেতৃত্বৰ একো চিন এটিয়ে ফুটি ওলোৱা নাছিল। ৬৭ বছৰ আগতে কলিকতাত ছাত্ৰ অৱস্থাত থাকোতে এবাৰ তেওঁৰ টান সান্নিপাত ৰোগ হৈছিল। তাতে ইংৰাজ ধাই গৰাকীয়ে আহি শেষবাৰৰ বাবে কৈছিল—"গোপী, তোমাক মই বচাব নোৱাৰিলোঁ।" যদি ইংৰাজ ধাই গৰাকীয়ে চকুপানী টুকি কোৱা কথাষাৰে সঁচাই ফলিলেহেঁতেন তেনেহলে আমি আজি হিয়া ধুনি কান্দিবলৈ অতি চেনেহৰ বৰদলৈ এজন নেপালোঁহেঁতেন।

তেওঁৰ ল'ৰা কালে যদিও কোনো ভৱিষ্যতৰ সঁহাৰি দিয়া নাছিল; তথাপি তেওঁৰ বাসস্থান কুকুৰমূতাৰ বা-বতাহৰ মাজতে তেওঁ জনসেৱাৰ থলী বিচাৰি পাইছিল। চাৰিওফালে থকা কছাৰী আদি জনজাতি লোকৰ পৰশতে তেওঁৰ ভৱিষ্যত জীৱনে গঢ় লৈ উঠিছিল।

অৱস্থাহীন পৰিয়ালটোৰ ল'ৰা গোপীনাথে ঘৰৰ যাৱতীয় কাম আদিতো সহায় কৰিব লাগিছিল। আন্ কি ধান বনা আদি কামতো তেওঁ সহায় কৰিছিল। এইবোৰ সোণ আমি নিজে দেখা কথা। মূঠতে বৰদলৈৰ জীৱনৰ প্ৰথম

খণ্ড আৰ্থিক অনাটনৰ সঙ্কটত আছিল। কোনোমতেহে বাপেকে ভালেমান ল'ৰা ছোৱালীৰ পোহপাল দিব পাৰিছিল।

১৯২১ চনত যেতিয়া দেশজুৰি আন্দোলনৰ ধ্বনি খলকি উঠিল—নবীন বৰদলৈয়ে যেতিয়া গোটেই দেশতে নতুন আলোকৰ ৰেঙনি বোলাইছিল—সেই সময়ত ডেকা গোপীনাথৰ মহাত্মা গান্ধী সম্পৰ্কে সাধাৰণ জ্ঞানো নাছিল। মুঠ কথা তেওঁ মহাত্মা গান্ধীক নেজানিছিলেই। কিন্তু শেষত সেই মহাত্মাকে তেওঁ "ইহকাল পৰকালৰ গুৰু" বুলি মানি ল'লে। সেইবাবেই তেওঁ নিজে কৈছিল—"ইয়াতেই মই হেৰাই যাব খোজা জীৱনৰ বাট দেখা পালোঁ।" সঁচাকৈয়ে তেওঁৰ জীৱন বন্তি জ্বলিছিল বিশ্বদীপ বাপুৰ প্ৰভাৱতে।

১৯২১ চনৰ অসহযোগ আন্দোলনৰ ঢৌয়া জুইত যেতিয়া অসমৰ মুকুট-মণি তৰুণ-নবীন জপিয়াই পৰি জেললৈ যাব লগা হয়—সেই সময়ত আহমদাবাদত বহা কংগ্ৰেছলৈ ডেকা গোপীনাথ প্ৰতিনিধি হিচাপে যাব লগা হয়। মহাত্মাৰ আগত তেওঁ সেই সময়ত অসমত চলা অগ্নিময় আন্দোলনৰ চিত্ৰ এটি দাঙি ধৰে। কংগ্ৰেছৰপৰা ঘূৰি ঘৰমুৱা হওঁতেই তেওঁক বন্দী কৰি এবছৰৰ ফাটেক দিয়ে। এয়ে গোপীনাথৰ ৰাজনৈতিক জীৱনৰ আৰম্ভণি। ১৯২৪ চনত আকৌ যেতিয়া বাপুজী অসমলৈ আহে তাৰ প্ৰভাৱতে তেওঁ সক্ৰিয় ৰাজনীতিত নামি পৰে। সেই বছৰতে তেওঁ গুৱাহাটী মিউনিচিপেলিটীৰ চেয়াৰমেন নিৰ্ব্বাচিত হয়।

১৯৩৭ চনত বিধান সভাৰ নিৰ্ব্বাচনত জিকি তেওঁ কংগ্ৰেছী দলৰ দলপতি হয়। ১৯৩৬/৩৭ চনলৈ বৰদলৈৰ নাম অসমৰ ক'তো শুনাই নগৈছিল। আন আন নেতাৰ হলে যথেষ্ট শুনা গৈছিল। কিন্তু নিৰ্ব্বাচনৰ পিচত বৰদলৈৰ নাম প্ৰধান মন্ত্ৰীৰ বাবে উঠাত সকলো আচৰিত হৈছিল। দেশভক্ত ফুকনেও আন কি বৰদলৈক মন্ত্ৰিত্ব গ্ৰহণ কৰাত সহায় কৰিছিল। যি হ'ক বৰদলৈয়ে দলপতিৰ বাব লৈয়ে সেই সময়ৰ সংখ্যা গৰিষ্ঠ মুছলিম লীগ আৰু সংযোগীসকলৰ লগত ফেৰমাৰি বাৰে বাৰে লীগ মন্ত্ৰী সভাৰ ওপৰত অনাস্থা প্ৰকাশ কৰে। তথাপি লীগ মন্ত্ৰী সভাই মৰিলেও ধনঞ্জয় বায়ু নেৰাৰ দৰে মন্ত্ৰী সভা চলাই থাকিল। এই কথাই ৰাইজৰ মাজত হলে অসন্তোষৰ সৃষ্টি কৰে। ফলস্বৰূপে ১৯৩৮ চনত মুছলীম লীগৰ ছাদুল্লা মন্ত্ৰী সভাই পদত্যাগ কৰে। কংগ্ৰেছৰ দলপতি গোপীনাথ বৰদলৈয়ে মন্ত্ৰী-সভা গঠন কৰে।

এনেতে দেশৰ চাৰিওফালে যুদ্ধৰ বিভীষিকাই দেখা দিয়ে। পূবে জাপান, পশ্চিমে জাৰ্ম্মান-ৰুছিয়া। ভাৰতীয় কংগ্ৰেছে যুদ্ধৰ বিৰোধিতা কৰি মন্ত্ৰী সভাৰপৰা ওলাই আহিবলৈ থিৰ কৰে; কিন্তু সেই সময়ৰ অসমৰ গুৰুত্বপূৰ্ণ অৱস্থিতি আৰু ছাদুল্লা চৰকাৰে আগতে কৰা নানা ষড়যন্ত্ৰ আৰু আন্ধাৰ ভৱিষ্যত এটাৰ আশঙ্কা কৰি অসমৰ কংগ্ৰেছ মন্ত্ৰী সভাক মন্ত্ৰিত্ব ত্যাগ নকৰিবৰ বাবে নিৰ্দ্দেশ দিয়ে। কংগ্ৰেছ সভাপতি সুভাষচন্দ্ৰ বসু আৰু মহাত্মা গান্ধীয়ে বাৰে বাৰে বৰদলৈক পদত্যাগ নকৰিবৰ বাবে উপদেশ দিয়ে। কিন্তু দেশৰ আহ্বানত, জাতিৰ এই জাগৰণৰ সময়ত

বৰদলৈৰ পক্ষে মন্ত্ৰিত্ব চলাই থকাটো সম্ভৱপৰ নহ'ল। দেশত জুই জ্বলি উঠিল। মহাৰণৰ বিভীষিকাই পৃথিৱী ঢাকি ধৰিলে। চাওঁতে চাওঁতে '৪২ আহি পৰিল। ইপিনে বৰদলৈয়ে মন্ত্ৰিত্ব ত্যাগ কৰাত অসমত মুছলিম লীগ চৰকাৰ আকৌ প্ৰতিষ্ঠা হ'ল।"

"আইতা, এই চৰকাৰৰ দিনতেই মৈমনছিঙীয়াবিলাক অসমলৈ আহে নহয় ?"

"অঁ সোণ, সিহঁতৰ কথানো কি ক'ম। সিহঁতেনো দেশখনত কি নকৰিলে ! লীগ চৰকাৰ প্ৰতিষ্ঠিত হৈয়ে অসমত পাকিস্থান পতাৰ নামত লাখে লাখে মৈমনছিঙীয়া আনি দেশত মেলি দিলে। সিহঁতৰ উপদ্ৰৱত অসমীয়া হোজামখাৰ যে কি নগুৰ-নাগতি নহ'ল ! সিহঁতে গো-চৰণীয়া পথাৰ, চৰকাৰী পতিত মাটি একো বাকী নেৰাখিলে। সকলোতে বহি পৰিল। সিহঁতে যে কিমান অসমীয়া ৰাইজক আথানি-আবানি নকৰিলে সেইবিলাক আজি আৰু ঘুকটিবলৈ নেযাওঁ।

ইপিনে হ'ল কি—১৯৪২ চনত বোম্বাই মহানগৰীত ভাৰতীয় কংগ্ৰেছে প্ৰস্তাৱ ল'লে—"ভাৰত এৰা''। ইংৰাজবিলাকে অতি শীঘ্ৰে আমাৰ দেশ আমাক এৰি দি গুচি যাব লাগে। দেশ আমাৰ, শত্ৰুৰ হাতত নিজৰ দেশ নপৰাকৈ ৰখা দায়িত্বও আমাৰ। এই কথা আঠ আগষ্টৰ দিনাৰ সভাত ঘোষণা কৰা হয়। পিচদিনা এই কথা বৃটিছ চৰকাৰক জনাই দিয়া হ'ব।

৯ আগষ্টৰ দিনা। আকাশত তেতিয়া ও বেলিয়ে ভুমুকি মৰাহি নাই। এফালৰপৰা মহাত্মা গান্ধী, জৱাহৰলাল নেহৰু, চৰ্দাৰ

পেটেল আদি জননেতাসকলক বন্দী কৰি লৈ যায়। অসহায় জনতা। এই নেতাসকল জেললৈ গ'লে কি পথ ল'ব ! গান্ধী-জীৰ মুখলৈ চাই ৰাইজে সুধিলে—"আমি কি কৰোঁ ?" "কৰা, অথবা মৰা"—মহাত্মাই দিলে মন্ত্ৰ। সেই মহামন্ত্ৰ শিৰত লৈ নামি পৰিল হেজাৰ হেজাৰ জনতা। হিংস, অহিংস একো আন্দোলনৰে বাকী নেথাকিল। বোম্বাই, পাটনা, বালিয়া, লক্ষ্ণৌৰ ৰাজআলি নিৰস্ত্ৰ ভাৰতীয়ৰ তেজেৰে ৰাঙলি হ'ল।—সোণটি কি যে ঘটনা ! সভ্য বৃটিছ জাতিয়ে আমাৰ ওপৰত কি যে নকৰিলে। নৰ্দ্দমাৰে তেজৰ নৈ বৈ গ'ল। ৰাজআলিৰ তেজ পানীমটৰৰ পানীয়ে ধুই পেলায়ো শেষ কৰিব নোৱাৰিলে। হাজাৰ হাজাৰ শ্বহীদৰ আত্মাই যেন সেইদিনা চিঞৰি কৈ গ'ল—"তোমালোকৰ চাউল ভাৰতত উঠিল।"

"আইতা, তই দেখো অসমৰ কথা নক'লি ? অসমত জানো এই আন্দোলন হোৱা নাছিল ? কুশল কোঁৱৰ, কনকলতাইঁত জানো এই ৰণতে মৰা নাছিল আইতা ?"

—"কুশল কোঁৱৰহে নে ? কিমান হেজাৰে বিজাৰে দেশৰ ডেকা গুলীৰ আগত উফৰি পৰিল—কিমান ঘূণীয়া হৈ ৰ'ল—কিমান জীৱনলৈ অকৰ্ম্মণ্য হৈ ৰ'ল, কিমানৰ ফাঁচী হ'ল কোনে খবৰ ৰাখে ?

অসমৰ কথাকে অলপ শুনচোন। বৰদলৈ, মেধি আদি ফাটেকলৈ গ'ল। নামি পৰিল মহাত্মাৰ মহামন্ত্ৰ উচ্চাৰি হাজাৰ হাজাৰ জনতা। জেল উপচি পৰিল। জেলত গোহালিত গৰু

ৰখাদি ৰাখিব ধৰিলে। তথাপি আন্দোলনে শাম নাকাটিলে। য'তে ত'তে ডেকা-গাভৰুবোৰক বিনাদোষে বা দোষ-গুণ বিচাৰ নকৰাকৈ গুলিয়াই মাৰিব ধৰিলে। পাইকাৰী জৰিমনা লগালে। পাইকাৰী জৰিমনাৰ নামত নিধন ৰাজবংশীক যেনেকৈ খুচি খুচি মাৰিলে—সভ্যতাৰ বুৰঞ্জীত তাৰ ঠাই নহ'ব। মদন বৰ্ম্মণ, ৰাউতা কোছক যেনেকৈ ৰাজ আলিত জিৰণি লৈ থকা অৱস্থাত গুলিয়াই মাৰিলে—সভ্যতাৰ বুৰঞ্জীয়ে তাক কি দৰে চাব ক'ব নোৱাৰোঁ। সেইবিলাক কথা মনত পৰিলে সোণ—হিয়া ফাটি যাব খোজে। ঢেকিয়াজুলীৰ হাটলৈ অহা হাজাৰ হাজাৰ জনতাৰ ওপৰত কৰা অকথনীয় অত্যাচাৰ মানৱ উপদ্ৰৱতকৈ কোনোগুণে কম নাছিল। গৰ্ভৱতী তিৰোতা-সকলকো পশুহঁতে গুলিয়াই মাৰি সিহঁতৰ প্ৰভু-ভক্তি দৰ্শাইছিল। যৌৱনৰ সকলো কামনা-বাসনা এৰি দি গহপুৰৰ দুখীয়া পৰিয়ালৰ কনকলতায়ো সিদিনা আন্দোলনত নামি পৰিছিল। দেশৰ গগণত ধ্বনিত হোৱা 'বন্দে-মাতৰম' ধ্বনি তেওঁৰ কাণত পৰিছিল। মনৰ মাজত থকা তুঁহ জুইকুৰা তেওঁৰ সিদিনা টঁ টঁ কৰে জ্বলি উঠিল। তেওঁ সিদিনা হোৱা সমদল যাত্ৰাৰ প্ৰথম শাৰীৰ প্ৰথম ঠাইখিনিৰ দখল ল'লে। মহামানৱৰ বাণী শিৰত লৈ বন্দে-মাতৰম ধ্বনি কৰি তেওঁ গহপুৰ থানাৰ ওপৰত পতাকা উত্তোলন কৰিবলৈ আগবাঢ়ে। বৃটিছৰ পতাকা দলিয়াই দি তেওঁ ত্ৰিৰঙ্গ পতাকা তুলিব। কিন্তু হায়, বৃটিছৰ আজ্ঞাবাহী-হঁতৰ বন্দুকৰ গুলীয়ে আহি গাভৰুৰ বুকু শালি ধৰে।

কনকলতা ধূলিত বাগৰি পৰিল। হাতৰ পতাকা মাটিলৈ ছিটিকি গ'ল। এখন্তেকো জাতীয়-পতাকাক মাটিত ব'ব নিদি ডেকা মকুন্দই পতাকা লৈ আগবাঢ়ে। লগে লগে ৰক্ত-পীপাসু দেশীয় প্ৰভুভক্ত গোলামৰ বন্দুকৰ গুলীয়ে মকুন্দ কাকতিৰ বুকু শালি ধৰে। তাৰ শেহত বিদ্ৰোহী জনতাৰ ওপৰত পশুহঁতে কি যে অত্যাচাৰ নকৰিলে! এই গ'ল দৰঙৰ কথা।

আকৌ নগাঁৱলৈ চা। অসমত '৪২ ৰ আন্দোলনৰ বাবে নগাওঁ কম গৌৰৱৰ ভাগী নহয়। বেবেজীয়া, ৰহা, বৰহমপুৰত বুটিছৰ বগা কমাণ্ডাৰহঁতে যি নিৰ্ম্মম অত্যাচাৰ কৰিলে তাক কৈ শেষ কৰিব নোৱাৰি।

বেবেজীয়াৰ বাৰপূজীয়াৰ শান্তি সেনা বাহিনীৰ পহৰাদাৰ তিলক ডেকা। তেওঁৰ কৰ্ত্তব্য শত্ৰু-সৈন্যৰ গম পালেই শিঙা বজাই ৰাইজক জাগৃত কৰি দিয়া। সিদিনাখন আগষ্টৰ ২৭ তাৰিখ। হঠাৎ হাতত সাৰে ভৰিত সাৰে আহি বগা চমবাৰ মিলিটাৰীহঁতে তিলকক আগুৰি ধৰিলে। তেওঁ শিঙাত ফুঁ দিব খোজা মাত্ৰেই বন্দুক টোৱাঁলে। কিন্তু নিৰ্ভীক ডেকা তিলক বন্দুকলৈ কেৰেপ কৰা বিধৰ লোক নাছিল। "মই মোৰ কৰ্ত্তব্য কৰিম—তুমি তোমাৰ কৰ্ত্তব্য কৰা"—বুলি বগা কমাণ্ডাৰজনক উত্তৰ দি শিঙাত ফুঁ দিলে। লগে লগে বন্দুকৰ গুলীয়ে আহি তিলকক শালি ধৰিলে। তিলক বাগৰি পৰিল।—আকৌ এদিন বৰহমপুৰৰ কংগ্ৰেছ অফিচত ভোজ পাতিছে। তাতে সকলোৱে একেলগে বহি ভৰিমুত

সংগ্ৰামথনৰ আঁচনি তৈয়াৰ কৰিব। হাজাৰ হাজাৰ ডেকা, বুঢ়া, গাভৰু কংগ্ৰেছ ভৱন বুলি যাবলৈ ধৰিছে। সকলোৰে মুখত এটা কঠোৰতা; মনত এটা প্ৰফুল্লতা—যে ইবাৰ আমাৰ দেশৰপৰা বগা-বগুালইঁতক সিপাৰ কৰিম। প্ৰভুভক্ত গোলাম-ইঁতৰ চকু থিৰ হল। আলেখ-লেখ চাই পুলিচ-মিলিটাৰীৰ মটৰেও পিচ ল'লে। জাতীয় সঙ্গীত গাই থকাসকলক গীত বন্ধ কৰিবলৈ আদেশ দিলে। কিছুমান ছোৱালীয়ে হাতত পতাকা লৈ গীত গাই আছিল। মিলিটাৰী-পুলিচইঁতে সেই জাতীয়-পতাকা কাঢ়ি লৈ যাবলৈ উদ্যত হয় আৰু টনা-আজোৰা লগায়। এনে কথা বুঢ়ী ভোগেশ্বৰীয়ে হ'লে সহিব নোৱাৰিলে। গাভৰু পদ্মাৰ হাতৰপৰা পতাকাখন আনি নিজ হাতত ল'লে। বুঢ়ীৰ হাতৰপৰা পতাকা কাঢ়ি নিব খোজাৰ লগে লগে বুঢ়ীয়ে চাহাবৰ মূৰত শোধালে মাধ'মাৰ। লগে লগে নিৰ্ম্মম পশুহঁতৰ বন্দুকৰ গুলীত বুঢ়ী বাগৰি পৰিল। বুঢ়ীয়ে জাতীয় পতাকা বুকুত বান্ধি লৈ কাললৈ বিদায় মাগিলে। বৰ-হমপুৰৰ আৰু এটা ঘটনা। লক্ষী সূত আদিক যেতিয়া সভ্যতাৰ নিচান উৰুৱা বৃটিছৰ বন্দুকৰ গুলীয়ে কাললৈ বিদায় দিলে—তেতিয়া লক্ষীয়ে জেপত থকা ছটা পইছাকে দেশৰ স্বাধীনতা যুঁজৰ বাবে দান দি গ'ল। কি মহান! এইদৰে অকল নগাঁৱতে কি বিদ্ৰোহ নচলিল! কামপুৰৰ ঘটনাবিলাক আজিও অজানা হৈয়ে আছে। সি এতিয়াও প্ৰকাশ পোৱা নাই।

"কুশল কোঁৱৰৰ কথানো কোনে নাজানে। মণিৰাম-পিয়লিৰ দেশত কুশল কোঁৱৰৰ দৰে ত্যাগী লোকৰ কোনো

যুগতো অভাৱ নহ’ব। কুশল কোঁৱৰক হিংসাত্মক কাৰ্য্য কৰাৰ অভিযোগত যোৰহাট জেলত ফাঁচী দি মৰালে। তেওঁৰ ফাঁচীৰ ন্যায়-অন্যায়ৰ কথা এৰিও অসমত যে কি দুৰ্ঘোৰ বিদ্ৰোহ চলিছিল ভাবিলে তবধ হব লাগে।

অসমৰ সকপথাৰ আৰু নানা ঠাইত হোৱা ৰেল বগৰোৱা আদি হিংসাত্মক কাৰ্য্যৰ কাৰণে যুদ্ধ-যুগৰ বৃটিছ প্ৰধান মন্ত্ৰী ছাৰ্চ্চিল চাহাব কম চিন্তাত পৰা নাছিল!—সৰভোগৰ বিমান ঘাঁটি জনতাৰ দ্বাৰা দখল কৰা আৰু ধ্বংস কৰা কাৰ্য্যই ভাৰতৰ ৪২ চনৰ বিদ্ৰোহত অসমৰ স্থান নিৰ্ণয় কৰিব। অসম সেই সময়ত যুদ্ধৰ প্ৰধান শিবিৰ। জাপানৰ প্ৰৱল আক্ৰমণৰ বিৰুদ্ধে আমেৰিকা আৰু বৃটিছৰ বন্দুক, বৰতোপ, বোমাৰ শব্দই অসমৰ আকাশ-বতাহ কঁপাই আছিল। অসমৰ গাৱেঁ-ভূঁয়ে য’তে ত’তে কেৱল মিলিটাৰী কেম্পহে। তেনে অৱস্থাৰ মাজত অসমে ভাৰতৰ স্বাধীনতা যুঁজত যি অংশ গ্ৰহণ কৰিলে, বুৰঞ্জীত ই গৰিমাময় হৈ জিলিকি থাকিব।

“বুঢ়া মানুহ নহয় ধন—কৈ থাকিলে কথাৰ লেজু গৈ কেতেকখিনি পাই ধৰিবই নোৱাৰোঁ। আমনি লাগিছে নে কি তোৰ?”

“নাই লগা আইতা, কৈ নেযাৱ কিয়?”

“বাৰু আজি আৰু ইয়াতে সামৰোঁ—ৰাতি আৰু ভালেমান হ’ল নহয়?”

"ওঁহো ; নহয় । ঈ, কণুইঁত শোৱাই নাই দেখো, কিনো বাতিটো হ'ল ?—ক অ' আইতা, নকব নো কিয় ?"

"উঃ ৰাম—তয়ো আৰু বুঢ়ী মানুহজনীৰ মগুহ খালিদে । বাৰু কওঁ ৰ ।

১৯৪৪ চনত বেমাৰৰ কাৰণে বৰদলৈক জেলৰপৰা এৰি দিয়া হ'ল । কিন্তু জেলৰপৰা ওলায়ে তেওঁ চাৰিওফালে আন্ধাৰ আন্ধাৰ দেখিলে । ছাদুল্লা মন্ত্ৰীসভাৰ মইমতালিয়ে তেওঁক বিব্ৰত কৰি তুলিলে । দেশৰ মাটি-বাৰী বিদেশীক মাতি আনি ভগাই দি দেশৰ মানুহৰ মাজত হাহাকাৰ লগাই দিলে । অকলশৰে তেওঁ বাহিৰত থাকিনো দেশৰ হকে কি কৰিব পাৰে ভাবি নেপালে । তেওঁ চিৰ-পূজ্য বাপুজীলৈ উপদেশ বিচাৰি হাত পাতিলে । আৰু বাপুজীৰ দিহা মতেই কামত আগবাঢ়িল ।"

"আইতা, মহাত্মা গান্ধীক বাপুজী নো কিয় বোলে ?"

"তই নেজান ? 'বাপু' মানে পিতাই । প্ৰথমে জৱাহৰ-লাল নেহৰু আৰু কেজনমানেহে বাপুজী বুলিছিল । শেহলৈ তেওঁ গোটেই দেশৰে 'বাপু' হ'ল । তেওঁ গোটেই ভাৰত দেশখনৰ পিতা নহয় জানো ?—বাৰু শুন । বৰদলৈয়ে অসমত এখন মিলিত মন্ত্ৰী সভা গঠন কৰায় ।—মিলিত মন্ত্ৰী সভা আৰু' বুজিছনে নাই ? মিলিত মন্ত্ৰী সভা মানে দুদল বা কেবা দলৰো মানুহ লগ লাগি কৰা মন্ত্ৰী সভা, বুইচ ? এই মন্ত্ৰী সভাৰ দ্বাৰা দেশখনৰ এটা ভাল অৱস্থা আনিবলৈ তেওঁ চেষ্টা কৰে ।

যুদ্ধ আৰু ছাদুল্লা মন্ত্ৰী সভাৰ আমোলত দেশৰ সোলোক-ঢোলোক হোৱা বাঘজৰী ডাল কেনেকৈ কটকটীয়া কৰিব পাৰি তাৰে চিন্তাই বৰদলৈক বিব্ৰত কৰে। তেওঁ দেশত ভাল অৱস্থা এটা আনিবৰ বাবে বাপুজীৰ আদৰ্শকে সাৰোগত কৰি কামত আগবাঢ়ে। এইবিলাক কামত আগবাঢ়োতে তেওঁ জেলত থকা অৱস্থাতো গান্ধীজীৰ পৰা উপদেশ আদি পাই আছিল। বৰদলৈৰ লৰচৰ নোহোৱা মনোবলৰ কাৰণে তেওঁ কোনো কামতে ঘাটি খোৱা নাছিল।

পৰ্ব্বত-ভৈয়াম মিলাই এখন 'সোণৰ অসম' গঢ়াই তেওঁৰ জীৱনৰ ব্ৰত আছিল। এনে ব্ৰত তাহানি এদিন মহাপুৰুষ শঙ্কৰদেৱেহে লৈছিল। ধৰ্ম্ম আৰু কৃষ্টিৰ মাজৰে শঙ্কৰদেৱে এখন ঐক্যবদ্ধ অসম গঢ়াৰ সপোন দেখিছিল। তাৰ পিচত আৰু কোনো অসমীয়াই তেনে এখন পৰিকল্পনা লৈ গঠন-মূলক আঁচনিৰে কামত আগবঢ়া নাছিল। এই সকলোৰে শেষতে আমি তেনে প্ৰচেষ্টাত ব্ৰতী হোৱা লোক পাওঁ বৰদলৈ দেৱক। পৰ্ব্বত-ভৈয়ামৰ পুৰণি সাংস্কৃতিক আৰু আচাৰ–ব্যৱহাৰৰ মাজত থকা পুৰণি মিলনক পুনৰ ফিৰাই আনিবৰ যত্ন কৰিছিল। আকবৰ হায়দৰীৰ দ্বাৰা পৰ্ব্বত-ভৈয়াম মিলন সপ্তাহৰ ব্যৱস্থা কৰিছিল। বৰদলৈৰ অনুপ্ৰেৰণাতে অসমৰ পৰ্ব্বত ভৈয়ামৰ বাইজে স্বাধীনতাৰ নামত জয়ধ্বনি দি আগবাঢ়ি আহিছিল। আমাৰ পৰ্ব্বতীয়া ভাই-ভনীসকলে স্বাধীনতা যুঁজত

অৱদান নিদিয়া বুলি মাজে-সময়ে কোৱা শুনা যায়। কিন্তু নগাৰাণী গাইডালুৱে দেশৰ হকে নিজে নিজে যেনেকৈ আগ-বাঢ়ি আহিছিল—সিয়ে সেইসকলৰ অন্তৰৰ প্ৰকৃত কথা ক'ব।"

"গাইডালু আক' কোন আইতা?'

"তেওঁৰ কথা নেজান সোণ! তেৱোঁ অসমী আইৰে এগৰাকী বিদুষী জীয়ৰী। শুন বাক!

গাইডালু নগাপাহাৰৰ এখন ভিতৰুৱা গাঁৱৰ কাবৈ ফৈদৰ ছোৱালী। ১৯৩২ চনত যেতিয়া মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ ধ্বনি দেশৰ ইমূৰ সিমূৰ ছানি গৈছিল—মহামানৱৰ সেই মহাবাণী তেওঁৰ কাণতো পৰিছিল। মনতে ভাবিছিল—"নগা পাহাৰৰপৰা বৃটিছইঁতক খেদি পঠিয়াব লাগিব।" তেওঁ আছিল পুৰোহিত বংশৰ ছোৱালী। গতিকে ভগৱানৰ পূজাত লাগক বুলিয়ে ভালেমান চাহাবক বলি দি পৰাধীনতাৰ যুৰঁলিখন কান্ধৰপৰা পেলাই দিবলৈ মানুহক বুজাই ফুৰিছিল। তেওঁৰ বুজনিত দেশ ভাইসকল জাগ্ৰত হৈ উঠিছিল।

১৯৩৫ চনত হত্যাৰ ষড়যন্ত্ৰত লিপ্ত বুলি তেওঁক গ্ৰেপ্তাৰ কৰি আনে। মণিপুৰৰ আদালতে বিচাৰ কৰি তেওঁক আজীৱন ফাটেক দিয়ে। তেওঁক বন্দী কৰি নিবৰ সময়ত যেতিয়া হেজাৰ বিজাৰ জনতাই জোৰ কৰি তেওঁক উদ্ধাৰ কৰিবলৈ গৈছিল—তেতিয়া তেওঁ কৈছিল—"তোমালোক ঘোৰাগৈ—মই আকৌ ঘূৰি আহিম। মই ঘূৰি আহি মহাত্মা গান্ধী আৰু নেহৰুজীৰ লগত এইবিলাক কথা হ'ম।" আৰু এবাৰ তেওঁ কৈছিল—"আমাৰ

আন্দোলন নগা পাহাৰৰপৰা বৃটিছক খেদা। তাৰ পিচত মই গৈ মহাত্মাক লগ ধৰিম।” কিন্তু জনা নাছিল তেওঁৰ জীৱন-যৌৱন কাৰাগাৰৰ ভিতৰতে তিলতিলকৈ শেহ হৈ যাব বুলি। নেহৰু যেতিয়া ১৯৩৭ চনত অসমলৈ আহে তেতিয়া কেইজনমান নগাই পৰ্ব্বত-পাহাৰ ভেদ কৰি আহি এই শোকৰ বাতৰিটো শিলচৰত তেওঁৰ ওচৰত নিবেদন কৰেহি। তাৰ পিচতহে এই বাতৰিটো গোটেই জগততে বিয়পি পৰে। এই সম্পৰ্কে জৱাহৰলাল নেহৰুৱে এটা প্ৰবন্ধ লিখি জগত-বাসীৰ অসমৰ পৰ্ব্বত-জীয়াৰী ‘জোৱানডাৰ্কৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰে। তেওঁ লিখিছিল—“ছিলটতেই দাঁতি কাষৰীয়া পৰ্ব্বতবোৰৰ পৰা উপহাৰ আৰু অভিনন্দন লৈ মোক দেখা কৰিবলৈ বহুতো নগা আহিছিল। তেওঁলোকৰ মুখে আৰু আনৰ মুখৰপৰাও মই এটা আখ্যান শুনিবলৈ পালোঁ। যিটো সদৌ ভাৰতে জনা আৰু মনত ৰখা উচিত। ই হৈছে নগা পৰ্ব্বতৰ কাবৈ খেলৰ গাভৰু এগৰাকীৰ কাহিনী। তেওঁ পুৰোহিত শ্ৰেণীৰ লোক। মিছন স্কুল এটিত কিছু বিদ্যা আৰ্জ্জন কৰাৰ অদ্বিতীয় সৌভাগ্য তেওঁৰ হৈছিল। এই স্কুলতে তেওঁ নৱম কি দশম শ্ৰেণীলৈকে পঢ়িছিল। তেওঁৰ নাম গাইডালু। আজি ছবছৰৰ আগতে ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে আইন অমান্য আন্দোলন বিয়পি পৰাৰ সময়ত তেওঁৰ বয়স হৈছিল প্ৰায় ১৭ বছৰ। পৰ্ব্বতৰ নিজান বহাতে গান্ধী আৰু কংগ্ৰেছৰ বাতৰিয়ে তেওঁক স্পৰ্শ কৰে। সেয়ে তেওঁৰ হিয়াত প্ৰতিধ্বনি তুলিছিল। তেওঁ নিজৰ জাতি ভাইসকলৰ বাবে স্বাধীনতাৰ

সপোন দেখিবলৈ ল'লে। তেওঁলোকক বান্ধি থোৱা বন্ধন চিঙি পেলোৱাৰ সংকল্প কৰিলে।"

"তেওঁলোকক কেনেকৈ বান্ধি থৈছিল আইতা?"

"বান্ধি থোৱা মানে ধৰ—আমাৰ ভৈয়ামৰ মানুহবিলাকৰ লগত পৰ্ব্বতৰ মানুহবিলাকক মিলা-জোলা কৰিব নিদিয়ে। দিলেও চৰকাৰৰ হুকুম লৈহে। নিজে কৰোঁ বুলি একো কাম কৰিব নোৱাৰে। ইংৰাজ কৰ্ম্মচাৰীবোৰৰ আজ্ঞাই সকলো—তাত দেশৰ মানুহৰ কোনো মাতেই নাই—আদি নানা ৰকম কথা। তাৰ পিচত নেহৰুৱে কি লিখিলে শুনি যাচোন।

"তেওঁ দেশৰ স্বাধীনতাৰ পতাকা তুলি ধৰিলে আৰু সেই পতাকাৰ তলত জাতি-ভাইসকলক সমবেত হবলৈ আহ্বান জনালে।...... তেওঁ ভাবিছিল যে বৃটিছ সাম্ৰাজ্যখন খহি থহি যাব লাগিছে। কিন্তু জনা নাছিল যে সেই সাম্ৰাজ্য এতিয়াও বেচ কৰ্ম্মঠ আৰু আক্ৰমণাত্মক গতিৰে চলি আছে। সেই সাম্ৰাজ্যৰ গৰাকীসকলে তেওঁ আৰু তেওঁৰ জাতি ভাইসকলৰ ওপৰত প্ৰতিশোধ ল'লে। বহুতো গাঁও পুৰি ছাই কৰা হ'ল। কতজন দেশী-ভাইক নানা প্ৰকাৰ শাস্তি দি মৰাহে আৰু এই বীৰাঙ্গনাক যাবজ্জীৱন দ্বীপান্তৰৰ দণ্ড বিহা হ'ল। এতিয়া তেওঁ অসমৰ কোনো কাৰাগাৰৰ অন্ধকাৰ কুঠৰীত নিৰ্জ্জনে থাকি তেওঁৰ ভৰ যৌৱন নষ্ট কৰিব লাগিছে। ছবছৰ গ'ল, এতিয়াও তেওঁ তাতেই আছে। যৌৱনৰ উদ্দাম দৰ্পত সাম্ৰাজ্য এখনক ৰণ আহ্বান জনোৱা এই নাৰী গৰাকীক

আজি কি বিষম জ্বালা; মনোবলৰ কি নিৰ্দ্দয় দমন। অৰণ্যৰ মাজে মাজে পৰ্ব্বতীয়া দেশখনত তেওঁ আৰু ঘূৰি ফুৰিবলৈ পোৱা নাই। পাহাৰৰ মুকলি বতাহত গীতৰ ধ্বনি তুলিবলৈ তেওঁ আৰু পোৱা নাই। এই বনজ কুসুমীয়া জীৱটি আজি আন্ধাৰত ঢাক খাই আছে। নিঃসঙ্গভাৱে বান্ধৰ ভিতৰত হিয়াত একুৰা জুই লৈ তেওঁ আজি দিন কটাব লগা হৈছে। পৰ্ব্বতৰ মুকলিমূৰীয়া মনোবলৰে গঢ়া এই সন্তানৰ মহিমা আজি ভাৰতে নাজানেই কিন্তু তেওঁৰ লগৰীয়া জ্ঞাতি ভাইসকলে গাইডালু ৰাণীক পাহৰি পেলোৱা নাই। এতিয়াও তেওঁলোকে তেওঁৰ কথা ভাবি গৌৰৱ অনুভৱ কৰে। এনে এটি দিন আহিব যেতিয়া হয়তো ভাৰতে এই ৰাণীৰ কাহিনী সুঁৱৰিব, গৌৰৱেৰে পোষণ কৰিবলৈ ল'ব আৰু কাৰাগাৰৰ আন্ধাৰ কুঠৰীৰ পৰা বাহিৰ কৰি আনিব।"

শুনিলি সোণ? অকল সেয়ে নহয়—তেওঁৰ বাপেকে গাভৰু জীৰ শোকতে প্ৰাণ-ত্যাগিলে। ককায়েক এজনক কিছুমান ষড়যন্ত্ৰত লিপ্ত বুলি হত্যা কৰালে।

ভাৰতে স্বাধীনতা পোৱাৰ পিচতে তেওঁ মুক্তি পাইছে। এতিয়া তেওঁ নিজ গাঁৱতে আছেগৈ। তেওঁৰ সৰ্ব্বস্বান্ত হোৱা পৰিয়ালটোৰ বাবে নেহৰুৱে ব্যক্তিগত ভাবে কিছু টকা দি সহায় কৰিছে। অসম চৰকাৰেও ঘৰ-দুৱাৰ বান্ধিবৰ বাবে টকাৰে সাহায্য কৰিছে। তাৰোপৰি মাহে ৭৫ টকা হিচাপে এটা মাহিলি বৃত্তিও দিছে।

গতিকে ভাৰতৰ স্বাধীনতা যজ্ঞত আমাৰ পৰ্ব্বতীয়া ভাই ভনী সকলৰ দান একেবাৰে কম নহয়। মাত্ৰ সংগঠনৰ অভাৱতহে সি গা কৰি উঠিব পৰা নাছিল। তাতে বৃটিছৰ পৰ্ব্বত-ভৈয়ামৰ কাৰো লগত কাৰো পৰিচয় নোহোৱাকৈ ৰখাৰ ফলতো সি সিমান জ্বলি উঠা নাছিল।

বৰদলৈৰ জীৱনৰ প্ৰধান বৈশিষ্ট্য হৈছে—তেওঁক তেওঁৰ শত্ৰু বিলাকেও ভাল পায়। তেওঁ আন কিছুমান নেতাৰ দৰে ৰুফা-ইডাং মৰা বিধৰ নাছিল। তেওঁৰ যি কথাত দৃঢ়তা আছিল তাক সফলো কৰিছিল। গুৱাহাটীৰ মাটিত থিয় দি এদিন লাচিত বৰফুকনে কৈছিল যে পৰাজয়ৰ গ্লানি মূৰ পাতি লৈ তেওঁ স্বৰ্গদেউৰ ওচৰলৈ নিফিৰে। সেই বাবেই নৰিয়া গাবেই ব্ৰহ্মপুত্ৰত ৰণ-চালি দিছিল গৈ। লাচিতে নিজৰ দৃঢ় মনোবলৰ কাৰণেই একে ঘাপতে কামত অৱহেলা কৰা বাবে মোমায়েকক কাটি কৈ উঠিছিল—"দেশতকৈ মোমাই ডাঙৰ নহয়" বুলি। অসম দেশত লাচিত ফুকনেই তেনে বীৰ নহয় আৰু শত শত আছে। সেই দেশৰে গোপীনাথ বৰদলৈ। তেৱোঁ সিদিনা কলিকাতাৰ বুকুত থিয় দি কৈছিল—"যেতিয়ালৈ এজনো অসমীয়া জীয়াই থাকে অসমক 'সমষ্টিলৈ' যাব নিদিওঁ।

"সমষ্টিনো কি আইতা ?"

"তই একোৱে নেজান অ' ? শুন তেনেহলে। ১৯৪৬ চন। ভাৰতৰ চাৰিওফালে আকৌ আন্দোলনৰ নৱ স্ফূৰ্ত্তি বৈ আহিল।

এই আন্দোলন সমূহত প্ৰেৰণা যোগালে পাটকাইৰ সিপাৰৰ পৰা অসমৰ কহিমাত স্বাধীন ভাৰতৰ জাতীয় পতাকা তোলা নেতাজীৰ অমোঘ আদৰ্শই। ইপিনে বোম্বাইত নৌবিদ্ৰোহ চলিল। পুলিচবিদ্ৰোহ চলিল। সৈন্য বাহিনীৰ মাজতো উমি উমি জুই জ্বলাৰ উমান পোৱা গ'ল। এনেতে আজাদ হিন্দ ফৌজৰ ছাহনাৱাজ, ছাইগল, ধীলন আদিক যেতিয়া যুদ্ধাপৰাধী সাজি ফাঁচী দিবৰ হুকুম হ'ল—তেতিয়াই দেশৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিবাদৰ ধ্বনিয়ে ৰজনজনাই গ'ল। কলিকতা, বোম্বাই আদিত জুমে জুমে ডেকাইঁতৰ তেজ বৈ গ'ল। চাৰিও-ফালে কেৱল বিদ্ৰোহ, কেৱল অশান্তি। বৃটিছ ৰাজৰ বন্দুক-বেয়নেটে হাৰ মানিলে। ৪০ কোটি ভাৰতীয়ক নো বন্দুক-বেয়-নেটেৰ আৰু কিমান শ বছৰ সেও মনাব? উপায়হীন হৈ বৃটিছ চৰকাৰে এটা মন্ত্ৰী মণ্ডলী পঠাই দিলে—ভাৰতৰ নেতা সকলৰ লগত আপোছ-মীমাংসা এটা কৰি কিছু পৰিমাণে 'পাল-মৰা' বিধৰ স্বাধীনতা এটা দিবৰ বাবে। কিন্তু বৃটিছ চৰকাৰৰ কোনোৰকম চাতুৰীতে এইবাৰ ভাৰতীয় জনতা ভোল নগ'ল। শেষত কূটনীতিৰ চূড়ান্ত বৃটিছে ভাৰতৰ মাজত যাতে কিছুমান অনৈক্যৰ বীজ ৰাখি থৈ যাব পাৰে, তাৰে ব্যৱস্থা কৰিবলৈ পাঙিলে। ভাৰতৰ গোটেইবিলাক প্ৰদেশকে একোটা 'সমষ্টি' বা অংশত ভগালে। সিন্ধু, পঞ্জাব, সীমান্ত প্ৰদেশ আদি 'ক' সমষ্টিত; অসম, বঙ্গ আন এটা সমষ্টিত আৰু বাকী খণ্ড ভাৰতক এটা সমষ্টিত ভাগ কৰি দিলে। দেশত সাম্প্ৰ

৩

দায়িকতাবাদী নেতা জিন্নাৰ নেতৃত্বত জাগি উঠা মুছলমান জনতাৰ সমষ্টি এটাক সন্তুষ্ট কৰিবলৈয়ে এই কূটনীতিৰ জাল তৰিলে। জিন্নাৰ দাবী মতে, অসম যদিও হিন্দুপ্ৰধান—তথাপি পাকিস্থানৰ ভিতৰুৱা হ'ব লাগে বোলা মতকেই লৈ প্ৰকাৰান্তৰে অসমক পাকিস্থানৰ ভিতৰুৱা কৰিলে। অৰ্থাৎ অসমৰ সাতজন সদস্য আৰু বঙ্গৰ প্ৰায় ১০০ জন সদস্য লগ হৈ এই দুই ৰাজ্যৰ শাসনৰ বিধান ৰচনা কৰিব। তেতিয়া হ'লে যিহেতু মুছলমান সদস্যই শাসনতন্ত্ৰ ৰচনা কৰাত সৰহ সংখ্যক হ'ব—অসমৰ দাবী তাত কোনোপধ্যে নৰজিব। অসমীয়া ভাষা, কৃষ্টি, সভ্যতা আৰু পৈতৃক ভেটিটোও চিৰকালৰ বাবে লোপ পাব। —এইযে ভাগ ভাগ কৰি তিনিটা অংশ কৰি স্বাধীনতা দিয়াৰ ব্যৱস্থা কৰিলে তাকেই 'সমষ্টি' বা গ্ৰুপ বোলে।

বৰদলৈয়ে কংগ্ৰেছক আৰু কংগ্ৰেছী নেতাসকলক অসমক এই বিপদৰপৰা উদ্ধাৰ কৰিবলৈ খাটিলে। কিন্তু কি হ'ব ; কংগ্ৰেছে বৰদলৈৰ অনুৰোধৰ ওপৰত চেঁচাপানী এচলু ঢালি দিলে। বৰদলৈয়ে দৌৰ দিলে চিৰপূজ্য বাপুজীৰ ওচৰলৈ—উপায় বিচাৰি।

আন সকলোৱে অসমক অৱহেলা কৰাৰ দৰে গান্ধীজীয়ে কিন্তু নকৰিলে। অসমৰ দুখৰ দিনত তেওঁ অসমক আকোৱালি ল'লে। সেইদিনা অকলশৰীয়া অসমৰ প্ৰতি মাতোতা মানুহ কেৱল চিৰপূজ্য মহাত্মা গান্ধীহে আছিল।

দেশৰ ভিতৰত জ্বলি উঠা জুই মহাত্মাৰ মহাবাণী পাই আকৌ দুগুণে জ্বলি উঠিল। অসমৰ পৰ্ব্বত-ভৈয়াম জুৰি আন্দোলন

আৰম্ভ হ'ল। অসমৰ বুৰঞ্জীত ইমান সংঘবদ্ধ আন্দোলন আৰু কোনোদিনে হোৱা নাছিল। হাজাৰ লাখ. টেলিগ্ৰামেৰে বৃটিছ মন্ত্ৰীমণ্ডলী, প্ৰধান মন্ত্ৰী এটলী আৰু ভাৰতীয় নেতাসকলৰ থৰকাছুটী হেৰুৱাই দিলে।

গুৱাহাটীৰ হাজাৰ লাখ জনতাৰ ৰাজহুৱা সভাত সিদিনা লোকপ্ৰিয়ই ঘোষণা কৰিলে—"আমি আজি গুৰুতৰ বিপদৰ সন্মুখীন। এই বিপদ হিন্দু, মুছলমান, ট্ৰাইবেল. খৃষ্টিয়ান সকলো অসমীয়াৰে। আমি স্বাধীন হ'বৰে যোগ্য নহওঁ যদি দেশৰ এই সন্ধিক্ষণত সকলোৱে মুঠ বান্ধি এই দুৰ্য্যোগ খণ্ডাব নোৱাৰোঁ। মই জানো অসমীয়া কাপুৰুষ নহয়।"

লাখ লাখ ৰাইজে বৰঘূণত তিতি-বুৰি মিটিং শুনা দৃশ্য মনত পৰিলে আজিও বুঢ়া শৰীৰ নাচি উঠে। বৰদলৈ অসমৰ সেই জাতীয় দুৰ্য্যোগৰ দিনা অলপো সময় হাত সাৱটি বহি নাথাকিল।—এটা দাসত্বৰ অন্তত অসমে আন এটা দাসত্ব মানি ল'ব নোৱাৰে। ইয়াৰ বিৰুদ্ধে লাগিলে অসমে অকলে যুঁজি হলেও মৃত্যুমুখী হ'ব। বিক্ষুব্ধ অসমে সেইদিনা যেনেকৈ ৰণক্ষেত্ৰত নামিছিল ভাবিলে তবধ মানিব লাগে।

অসমৰ মাটিত যেতিয়ালৈকে সাম্ৰাজ্যবাদী বৃটিছৰ ৰঙা ইটা এটাও থাকিব, তেতিয়ালৈ আমাৰ সংগ্ৰাম। য়াণ্ডাবু সন্ধিত অসমৰ ৰজা প্ৰজা কোনেও নজনাকৈ মানৰ লগত সন্ধি কৰি যৌতুকত পোৱা সম্পত্তিৰ দৰেই অসম অধিকাৰ কৰি আৰু আজি তেওঁলোকৰ অস্তিমৰ বেলিকা আমাক আৰু এখন সাম্প্ৰদায়িক

সাম্ৰাজ্যৰ গৰাহত পেলাই থৈ যাব ? ই কোনো মতে হ'ব নোৱাৰে। ইয়ে সিদিনাৰ জাগ্ৰত জনমতৰ প্ৰাণৰ কথা আছিল। জাতীয় মহাসভা, মহিলা সমিতি, ছাত্ৰ কংগ্ৰেছ, কংগ্ৰেছ আদিৰ তৰফৰপৰা ইয়াৰ বিৰুদ্ধে প্ৰচণ্ড সংগ্ৰামৰ কাৰণে হেজাৰে বিজাৰে ডেকা গাভৰু নামি পৰে।

সেইদিনা আন্ধাৰৰ মাজত পোহৰৰ ৰেঙনি বিলাবলৈ, পোহৰৰ জোৰ হাতত লৈ বাট দেখুৱাৰ বাবে আমি সেই বৰদলৈ মানুহজনকে পাইছিলোঁ।—যিজন মানুহক সিদিনাৰ অৱস্থাটোৱে অথিৰ-অবিৰ কৰি তুলিছিল।

তেওঁৰ সেইদিনা বাণী আছিল—"অসমৰ গাঁৱে গাঁৱে, চহৰে চহৰে, দুৱাৰে দুৱাৰে আমাৰ বিপ্লৱৰ ধ্বনি প্ৰতিধ্বনিত কৰি তুলিব লাগিব। আমাৰ প্ৰত্যেক নৰ-নাৰীয়ে এই অন্যায় প্ৰস্তাৱৰ বিৰুদ্ধে থিয় দিব লাগিব।" তেওঁ আনকি কংগ্ৰেছ ৱৰ্কিং কমিটীক সাৱধান বাণী শুনাইছিল—যে যদি কংগ্ৰেছে এই কুচক্ৰী প্ৰস্তাৱ গ্ৰহণ কৰে—তেনেহলে ইয়াৰ দ্বাৰা কংগ্ৰেছৰ সকলো প্ৰতিশ্ৰুতি, আদৰ্শ ধ্বংস পাব। তেখেতে দাখিল কৰা স্মাৰক-পত্ৰত স্পষ্টকৈ কৈ দিছিল যে এই প্ৰস্তাৱে আমাৰ ভাষা, সংস্কৃতি, ইতিহাসক এইদৰে আঘাত কৰিব যে যদি কংগ্ৰেছে এই প্ৰস্তাৱ গ্ৰহণ কৰে তেনেহলে অসমে ভাবিবলৈ বাধ্য হ'ব যে কংগ্ৰেছ কেৱল ডাঙৰ ডাঙৰ প্ৰদেশ কিথনৰ সমস্যা সমাধানৰ বাবেহে। সৰু প্ৰদেশ কিথন বাকীবিলাকৰ বলিৰ পঠা। যিয়েই নহওক লাগে সংখ্যা-গৰিষ্ঠ বঙ্গৰ সদস্যসকলে অসমৰ শাসনতন্ত্ৰ ৰচনা কৰিব—ই কোনোমতে হ'ব নোৱাৰে।

বৰদলৈয়ে বুজিছিল নিজৰ ৰাজ্যখনৰ প্ৰাণৰ কথা। বৰদলৈ আছিল অসমীৰ আশা-ভৰসা। সেইবাবেই তেওঁ আক্ষেপ কৰি কমিটীৰ আগত কৈছিল—“যদি এই প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবলৈ হয় তেনে হ'লে অসমৰ কাৰণে চৰম দুৰ্ভাগ্যই অপেক্ষা কৰা বুলি ক'ব লাগিব! মুছলিম লীগ অকল প্ৰতিক্ৰিয়াশীলেই নহয়—তেওঁ-লোক অতি দুৰ্নীতি পৰায়ণো; তেওঁলোকৰ কোনো আদৰ্শবাদো নাই। বিশেষকৈ অসমৰ ক্ষেত্ৰত মুছলীম লীগে আক্ৰমণাত্মক পদ্ধতি অনুসৰণ কৰিছে। জোৰ কৰি অসমৰ ভিতৰত বঙ্গদেশীয় মুছলমান পমুৱা সুমুৱাই দি চৰকাৰ চলোৱাই অসম্ভৱ কৰি পেলাইছে। যিটো প্ৰস্তাৱিত চৰকাৰত এই দলৰ লোকেই সংখ্যা গৰিষ্ঠতা লাভ কৰিব তাৰপৰা সুবিচাৰ আশা কৰাটো ভাবিব নোৱাৰা কথা। আমি এনে এখন চৰকাৰ পাম যি কেৱল দুৰ্নীতি-পৰায়ণ আৰু একনায়কত্বৰ ৰাজ্য হৈ পৰিব।”

পাকিস্থানৰ নামত হকে বিহকে ৰটি ফুৰি অসমক পূৱ পাকিস্থানৰ ভিতৰুৱা কৰিবলৈ কৰা ষড়যন্ত্ৰৰ উত্তৰত এবাৰ বৰদলৈয়ে মহম্মদ ছাদুল্লাৰ প্ৰতি কৈছিল—“ছাদুল্লাই যেতিয়া পাকিস্থানৰ কথাটো ভাৱে, তেতিয়া তেওঁ নিজকে এজন অসমীয়া বুলি ভাবিবলৈ কুণ্ঠা বোধ কৰে। নহ'লেনো তেওঁ কি ভিত্তিত অসমীয়া মানুহৰ মুঠ সংখ্যা কুৰি লাখ বুলি ক'বলৈ সাহ কৰে? মই মোৰ প্ৰদেশৰ আবেগ-অনুভূতি উপলব্ধি কৰিব পাৰোঁ আৰু সেই বাবেই মই জানো যে পৰ্ব্বত-ভৈয়ামৰ শতকৰা ৭০ জন লোকেই এই ‘সমষ্টি'ৰ বিৰুদ্ধে।”

জিন্নাৰ প্ৰতি সাৱধান বাণী শুনাই বৰদলৈয়ে কৈছিল—"অসমক পাকিস্থানৰ ভিতৰত লবলৈ কৰা চেষ্টাটো অসম্ভৱ আৰু অবাস্তৱ। জিন্নাই তাতকৈ আকাশৰ তৰাটোকে মাটিত নমাই আনিবলৈ আশা কৰিব পাৰে—কিন্তু অসমক কেতিয়াও পাকিস্থানৰ ভিতৰত আশা কৰিব নোৱাৰে।"

সেইদিনা বৰদলৈৰ মনৰ কি প্ৰতিক্ৰিয়া হৈছিল—বোম্বাইৰ সাংবাদিক তালেয়াৰ খানৰ লগত হোৱা সাক্ষাত প্ৰসঙ্গৰ কথা-বতৰাতে প্ৰকাশিত হৈছিল। তেওঁ যেন সেই দিনা জ্বলন্ত আগ্নেয়ৰ মাজত পৰি চট্‌ফটাই আছিল। সেই বাবেই বোম্বাইৰ সেই সাংবাদিকজনে সেইদিনা বৰদলৈক বিজাইছিল 'বনৰাজ'ৰ লগত। গুজৰি-গুমৰি উঠা বনৰাজে যেন সেইদিনা কি কৰিব কোনেও ভাবিব পৰা নাছিল। তেনে উত্তেজনাৰ বাবেই বৰদলৈয়ে কলিকতাৰ জনসভা এখনত একে আষাৰে কৈ দিলে—"এজনো অসমীয়া জীয়াই থাকে মানে অসম পাকিস্থানত নোসোমায়।"—সেইবাবেই তেখেতে দেশক প্ৰচণ্ডতম সংগ্ৰামখনৰ বাবে জগাই তুলিবলৈ চেষ্টা কৰিছিল।

সেইদিনা দেশৰ নেতৃবৃন্দৰ মনোভাব আৰু বৃটিছ আৰু লীগৰ চক্ৰান্তত জৰ্জ্জৰিত হৈয়ে দিল্লীত কি পালে বুলি সোধাত বৰদলৈয়ে একে আষাৰে কৈ দিলে—"দিল্লীত কি পাম ? দিল্লীকা লাড্ডু—সকলো পানীৰ ঔ টেঙা। যদি অসমীয়া মানুহে এই সময়ত নিজৰ ওপৰত সাহস ৰাখি অসমীয়াৰ অস্তিত্ব ৰক্ষা কৰাৰ এই জীৱন-মৰণ সমস্যাত এখোজো পিচ ভৰি

নিদিয়ে—তেনে কাৰ সাধ্য আমাক আমাৰ প্ৰাপ্যৰপৰা বঞ্চিত কৰে ? আপোচ-আলোচনাৰ দ্বাৰা স্বাধীনতা নাহে।" চিৰ দিন আপোচকামী, মহাত্মাৰ পৰম সেৱক বৰদলৈৰ মুখৰপৰা এই ধাৰাৰ কম ব্যথাৰে ওলোৱা নাছিল। সেইবাবেই সেই দিনা বৰদলৈয়ে দেশৰ বাহিৰে ভিতৰে বিপ্লৱৰ অগনি জ্বলালে। দেশৰ ভিতৰত যি জুই জ্বলি আছিল—সেই জুইয়ে বৃটিছক চমক্ খুৱালে। ভাৰতীয় নেতৃবৃন্দক হতবাক কৰিলে। দেশৰ বাহিৰতো প্ৰদেশে প্ৰদেশে দলে দলে প্ৰতিনিধি দল গৈ অসমৰ দুখৰ কাহিনী বুজাই ফুৰিলে।—বৰদলৈজনে সেইদিনা জুই ফিৰিঙতিৰ দৰে কলিকতা, দিল্লী, এলাহাবাদ, লক্ষ্ণৌ, নাগপুৰ, বোম্বাই সকলো নগৰ চহৰলৈ লৰ দিলে। অসমৰ দুখৰ দিনত সকলোৰে ওচৰত সহায়ৰ বাবে কাতৰ অনুৰোধ জনালে। দেশে কিন্তু সেইদিনা অসমৰ কান্দোনত কাণ নিদিলে। দেশৰ নেতৃবৃন্দই দেশৰ বৃহত্তৰ স্বাৰ্থৰ বাবে অসমক বলি দিবলৈ ওলাল। গোটেই ভাৰতে আনকি, অসমৰ এই আন্দোলনক ইতিকিংহে কৰিলে।

অসমৰ দুখৰ দিনৰ আশা নেহৰুৰ মুখৰপৰাও আমি তিতা কথা শুনিব লগা হ'ল। নেহৰুৱে একে আষাৰে বৰদলৈক এদিন কৈ দিলে—"আপোনাৰ দেখিছো বুদ্ধি-বৃত্তি কিছু কম; আপুনি হীন মনোবৃত্তিৰ।"

প্ৰথম অৱস্থাত যেতিয়া মহাত্মাৰ ওচৰলৈ বৰদলৈ গৈছিল, তেতিয়া খঙেৰে মহাত্মাই কৈ উঠিছিল—"তুমি ইংৰাজী মুবুজা

নেকি ?” এনেকৈ প্ৰতিজন নেতাৰ ওচৰলৈ গৈ তেওঁ হতাশাৰ বাণীহে শুনিব লগা হৈছিল। হলেও তেওঁ যিটো বুজিছিল তাৰ পৰা এদিনালৈও তেওঁ পিছলি নপৰিল। আনপিনে ভাৰতৰ আন আন নেতাসকলে “স্বাধীনতা পালোঁ। পালোঁ।” বুলি আনন্দত উত্‌ফুল্ল হৈ উঠিল। দেশৰ কৰ্ণধাৰ বাজাজী আদি স্বাধীনতাৰ আনন্দত আত্মহাৰা হ’ল। কিন্তু অসমৰ সেইদিনা কি হ’ল কোনেও তালৈ চকু নিদিলে।— যি কি নহওক মহাত্মা গান্ধীৰ এই ভুল ভাঙিবলৈ পলম নেলাগিল। বৰদলৈৰ কথাই যে সত্য আৰু মন্ত্ৰী মণ্ডলীৰ প্ৰস্তাৱৰ মাজত যে কুচক্ৰী উদ্দেশ্য নিহিত আছে বুজিবলৈ বাকী নেথাকিল। মহাত্মাই বৰদলৈৰ দূৰদৰ্শিতাক ভূৰি ভূৰি প্ৰশংসা কৰি নিজৰ ভুল স্বীকাৰ কৰিলে।

—অসমৰ প্ৰাণৰ কথা আৰু বৰদলৈৰ কথাই আন এজন নেতাৰ মন আকৰ্ষণ কৰিলে। তেওঁ ডাঃ ৰাজেন্দ্ৰ প্ৰসাদ। তেওঁ বৰদলৈৰ মুখৰপৰা আদ্যোপান্ত গোটেই কথাবোৰ বুজি লৈ ভাৰতীয় নেতাবোৰে যে কি ভুল কৰি আছে—তাক হৃদয়ঙ্গম কৰিবলৈ বৰদলৈৰ পৰাই সক্ষম হ’ল। ডাঃ ৰাজেন্দ্ৰ প্ৰসাদে এই কথালৈ নেহৰু আৰু আন আন নেতাৰ দৃষ্টি আকৰ্ষণ কৰে। যদিও শেহলৈ জৱাহৰলাল নেহৰু আদিয়ে অসমৰ হৈ নেমাতিলে তথাপি তেওঁলোকৰ ভুলটো ধৰিব পাৰিলে। এশ্ৰেণী নেতাৰ প্ৰাণত বিবেচনা শক্তি কিছু আছিল। দুখৰ দিনত কুকুৰেও বাট এৰি নিদিয়াৰ দৰে অকলশৰীয়া

অসমীয়াৰ সেইদিনা কোনো লগ নোলাগ। ভাৰতৰ সিমূৰে মাথোন এগৰাকীয়ে মাজে মাজে চিঞৰি আছিল—তেওঁ সীমান্ত গান্ধী গফুৰ খান।"

"আইতা, গফুৰ খানক সীমান্ত গান্ধী কিয় বোলে? এনেয়ে গান্ধী নোবোলে কিয়? তেওঁ মহাত্মা গান্ধীৰ কি হয় বাৰু?

"ওহো, একো নহয়। মহাত্মা গান্ধী আৰু সীমান্ত গান্ধী দুজন বেলেগ মানুহ। এজন হিন্দু আনজন মুছলমান।"

"তেনেহলে গান্ধী কিয় বোলে আইতা?"

"বাৰু কওঁ ৰ—তেওঁৰ জীৱনটোৰ বিষয় তোক অলপ আভাস দিম মনে মনে শুনি যাবি।

গফুৰ খানৰ জন্ম হয় ১৮৯১ চনত। তেওঁৰ পিতাক পেছোৱাৰৰ এখন গাঁৱৰ গাওঁবুঢ়া আছিল। তেওঁ জাতিত পাঠান—গতিকে স্বভাৱ-চৰিত্ৰ বিলাকো পাঠানৰ দৰে আছিল। কিন্তু আলিগড়ত থাকি পঢ়োতে গফুৰ খানে ডঃ আন্সাৰী আৰু আবুল কালাম আজাদ আদিৰ লগ পোৱাত তেওঁৰ স্বভাৱ আদিতো পৰিবৰ্ত্তন ঘটিব ধৰে। লাহে লাহে দেশৰ স্বাধীনতা যুঁজত এদিনাখন গফুৰো জপিয়াই পৰে। পিচলৈ তেওঁৰ আন আন ভায়েক, আনকি পিতাকেও গান্ধীজীৰ পৰিচালিত অহিংস আন্দোলনত যোগ দি জেল খাটিব লগা হয়।—জালিয়ানৱালা বাগৰ হত্যাকাণ্ড সম্পৰ্কত একলাখ লোকৰ আগত পেছোৱাৰত দিয়া এটা বক্তৃতাৰ কাৰণে গফুৰৰ ছয় মাহ ফাটেক হয়। চিৰকালে বুটিছৰ পৰম ভক্ত তেওঁৰ

বুঢ়া পিতাকেও কাৰাগাৰৰ যন্ত্ৰণা এই কাৰণে ভুগিব লগা হৈছিল ।

ক্ৰমে ক্ৰমে গফুৰখানে সীমান্ত অঞ্চলৰ পাঠানসকলৰ উন্নতিৰ কাৰণে সকলো ৰকম চেষ্টা কৰিবলৈ ধৰে । তেওঁলোকক শিক্ষিত কৰিবৰ কাৰণে আজাদৰ নামে স্কুল স্থাপন কৰে ; খুদাই-খিদমতগাৰ ( ঈশ্বৰৰ সেৱক ) নামে এটা সেৱা দল গঠন কৰে। ইবিলাক কাৰণেও তেওঁ আক দুবাৰ জেলৰ কঠোৰ দণ্ড ভুগিব লগা হয়।

বুজিছ সোণ—এইজন লোকেইযে এই কিবা একাচেকা মতলামী পাঠান জাতিটোক কি গঢ় দিছিল ! ১৯৩১ চনৰ এদিনৰ কথা ; সেই সময়ত দেশৰ চাৰিওফালে স্বাধীনতা আন্দোলন ! পাঠানৰ দল এটাই পেছোৱাৰত সত্যাগ্ৰহ চলাইছে । গাঢোৱাল বাহিনীৰ সৈন্যবিলাকে বন্দুক টোৱাইছে শানি পাতি থকা পাঠান সত্যাগ্ৰহীবোৰলৈ। তেওঁলোকৰ হ'লে হেত্ কেটে নাই । এনেতে গুকম গুকম শব্দৰে বন্দুকৰ শব্দ উঠিল। কিন্তু পাঠান বীৰসকলে এখোজো পিচভৰি নিদিলে। তাৰ পিচত এক দুই কৈ গুলী চলিল। পাঠান বীৰ এজনৰ পিচত এজনকৈ ঢলি পৰিল—কিন্তু পিচভৰি নাই। গাঢ়োৱাল সৈন্য বাহিনীৰ মূৰৰ ওপৰেদি জীৱ গ'ল !—ই কি কাণ্ড ? হাতৰ বন্দুক মাটিত পেলাই দিলে।—বৃটিছ জাতি চমকিত হৈ উঠিল।

বৃটিছৰ কাৰাগাৰৰ ভাত তেওঁ প্ৰায় ৬ বাৰ তেওঁৰ ভায়েক খান চাহেবৰ সৈতে খাব লগাত পৰিছিল ।—গান্ধীজীৰ আদৰ্শৰ এনে সেৱক কাৰণেই মানুহে তেওঁক সীমান্তৰ গান্ধী বুলিবলৈ লয় ।"

"তেওঁ এতিয়া ক'ত আছে আইতা ?"

"সিবোৰ কথা শুনিয়াবি সোণ ? সি বৰ করুণ কাহিনী ?"

"কচোন আইতা।"

"বাৰু শুন তেনেহলে—

দেশ স্বাধীন হ'ল। কিন্তু গান্ধী দুজনাৰ কল্পনাৰ ৰাজ্যখন পোৱা নহ'ল।—১৫ আগষ্টৰ স্বাধীনতাৰ দিনা এজনা গান্ধীয়ে কলিকতাত উপবাসী জীৱন যাপন কৰিলে—আনজনে হিন্দুকুশৰ সেউজীয়া পৰ্ব্বতৰ কোনোবা কোণত চকুপানী টুকি থাকিল। সেইদিনা ভাৰতৰ আকাশত যদিও দ্বীপান্বিতা হৈছিল—আজাদ, অৰুণা, গফুৰহঁতে চুকত বহি চকুপানী টুকিছিল।

ভাৰত দ্বিখণ্ডিত হ'ল। গফুৰখানৰ ৰাজ্য সীমান্ত অঞ্চল পাকিস্থানৰ ভুক্ত হ'ল। লগে লগে নানা মিছা অপৰাধত দোষী সাব্যস্ত কৰি তেওঁক পাকিস্থান চৰকাৰে বিনা বিচাৰে জেলৰ ঘানি টনাইছে।—দেশ স্বাধীন হোৱাৰ পিচত সেৱাগ্ৰামৰ এজনা গান্ধী এজন নিজৰে জ্ঞাতি ভাইৰ হাতত পৰলোকলৈ গ'ল। কিন্তু ইজনৰ কি হ'ল ? ইজনৰ জীৱন্ত সমাধি ঘটিছে পাকিস্থানৰ ফাটেকৰ ভিতৰত। জেলৰ ভিতৰতে আজি তেওঁ তিল তিলকৈ মৰিব লাগিছে।

যিজন লোকে অহিংস আন্দোলনৰ নামত বুকু পাতি গুলী ল'লে—সেইজন লোকক আজি নানা ষড়যন্ত্ৰত লিপ্ত বুলি পাকিস্থান চৰকাৰে বন্দী কৰি থৈছে। লগে লগে তেওঁৰ হাজাৰ অনুগামীও তেওঁৰ পিচ লৈ জেল ভৰি পৰিছে।

কালৰ পৰিহাস সোণ ; কালৰ পৰিহাস নহয় নো কি ? এয়ে সোণ—সীমান্ত গান্ধীৰ কথা।"

"হয় আইতা ! বৰ দুখ লগা কথা আইতা।"

আক শুন চুবুৰীয়া বঙ্গৰ বাতৰি কাকত, নেতা আদিয়ে অসমৰ এই আন্দোলনক উপলুঙা কৰিলে। এখন সভাত এদিনা সেইবাবেহে কবি নলিনীবালা দেৱীয়ে আক্ষেপতে কৈছিল—"অসমৰ যিদিনা চৰম দুৰ্দ্দিন আছিল—সেইদিনা অসমৰ দুখৰ কথা দুষাৰি লিখিবলৈ কলিকতাৰ বাতৰি কাকতৰ সম্পাদক-সকলৰ ওচৰলৈ গৈ কিমান কাতৰ মিনতি কৰিলোঁ—কিন্তু কাৰো মন মুকুমলিল। বৰং দেশত বিভেদ সৃষ্টিকাৰী বুলি উপলুঙাহে কৰিলে।" সেই সময়ত অসমত চলিছে মহা বিপ্লৱ। অসমৰ বাতৰি কাকতৰ পৃষ্ঠাবিলাক অধিকাৰ কৰিছে সেই বিপ্লৱৰ বাতৰিয়ে। সিপিনে কলিকতীয়া বাতৰি কাকতে সেইবোৰ ছপাওক দূৰৰ কথা—কোন কোন ছিলেটীয়া নেতাই ক'ত কি কথা কৈ ফুৰিছে তাৰ ওহ লৈ তাকেহে দুই তিনি-বাৰকৈও একেটা বাতৰিকে প্ৰকাশ কৰিলে। আজি মনলৈ আহে—আজি যেতিয়া লাখে লাখে বঙালী হিন্দু আহি অসমৰ অন্ন-বস্ত্ৰৰ কাৰণে চাই থাকিব লগা হৈছে—সেই প্ৰস্তাৱ মানি লোৱা হ'লে এইবোৰ ক'লৈ গ'লহেঁতেন ! খাই কৰ্ষলা গছত উঠা ইয়াকে বোলে।

অকল সেয়ে জানো ? মন্ত্ৰী মণ্ডলীৰ আগত বঙ্গৰ কিৰণ-শঙ্কৰ ৰায়ে মন্ত্ৰী মিছনৰ প্ৰস্তাৱটোত সম্মতিতো দিলেই তাৰো-

পৰি অসমৰপৰা ছিলেট জিলাখন কাটি নিবলৈ কৈয়ে নেৰিলে—কাছাৰ আৰু গোৱালপাৰাকো বঙ্গৰ লগত চামিল কৰিবলৈ কোৱা হ'ল। এটা চামে তাওঁকৈ বেচি নগাওঁ আৰু বৰপেটালৈ হাত মেলিলে। গতিকে সেই সময়ত বঙ্গৰ হিন্দু-মুছলমান, কংগ্ৰেছ-লীগ ভাষিক আৰু সাম্প্ৰদায়িক উন্মাদনাত এক হৈ গ'ল। অসমৰ বুকুতে থাকি ছিলেটৰ এমুঠিমান নেতা-জমীদাৰে বৰদলৈৰ বিৰুদ্ধে তথা অসমৰ বিৰুদ্ধে এটা আন্দোলন তুলিবৰ চেষ্টা কৰিলে। ইয়াতে অসমৰ আন অংশৰো খাই-পাত-ফলা দল এটাই সহযোগ কৰিলে। তেওঁলোকে শেহৰ ফালে অসমক "বেনামী পাকিস্থান"ত সুমুৱাবলৈ যত্ন কৰিলে। নোৱাৰিলেও ওপৰোক্ত জিলা কিখনকে বঙ্গৰ লগত চামিল কৰিবলৈ আৰু তাকো নোৱাৰিলে সেই জিলাকিখন আৰু অসমৰ পাৰ্ব্বত্য অঞ্চল লৈ এখন ন প্ৰদেশ গঢ়াৰ বাবে মন মেলিলে।—সমষ্টি বিদ্ৰোহৰ আগতে কিৰণ শঙ্কৰৰ এই ষড়যন্ত্ৰৰ বিৰুদ্ধে অসম জাগি উঠিল।

মুঠতে অসমে চাৰিওফালৰপৰা কেৱল হতাশাৰ বাণী পায়ো হতাশ নহ'ল। শেহৰ ফালে ৺শৰতচন্দ্ৰ বসু আদি দুই এজন দূৰদৰ্শী নেতায়ো মন্ত্ৰীমণ্ডলীৰ প্ৰস্তাৱৰ বিৰোধিতা কৰিবলৈ ধৰিলে।

অস্থিৰ বৰদলৈ একেলৰে আকৌ পালেগৈ বাপুজীৰ ওচৰ। গান্ধীজীৰ ওচৰত নিৰ্ভয়ে জিৰণি পালে। গান্ধীজীয়ে সিদিনা একেষাৰতে কৈ উঠিল—"পৃথিবীৰ বিৰুদ্ধে যুঁজি

হলেও অসমে নিজৰ নিজত্ব ৰক্ষা কৰিব লাগিব।” গান্ধীজীৰ বাণী পাই জাগি উঠা বিপ্লৱে মূৰ্ত্ত হৈ জাতিৰ বুকুত প্ৰকাশ পালে। সেইদিনা অসমৰ ধ্বনি হ’ল—“বিয়াল্লিচৰ বিপ্লবাগ্নি পুনৰ দেশত জগাই তুলিব লাগিব। দেশৰ ডেকা-বুঢ়া-গাভৰু-ল’ৰা-ছোৱালী সকলোৱে জীৱন পণ কৰি হলেও ইয়াত কৃতকাৰ্য্য হ’ব লাগিব। অসমৰ বুকুত যি জুই জ্বলিছে, কেতিয়াও মুমুমায়। অসমীয়া কথা চহকী নহয়; ঢোল কোবাবও নাজানে—কিন্তু কৰ্ত্তব্য কৰি মৰিব জানে। অসমীয়া আত্ম-অভিমানী জাতি। অপমান সহ্য নকৰে। “পৰাধীনতাতকৈ মৰণেসে শ্ৰেয়;” “দেশতকৈ জগতত একোৱেই ডাঙৰ নহয়” অসমৰ প্ৰাণৰ কথা।”

* * * *

সকলোৱে শেহত বুটিছ প্ৰধান মন্ত্ৰী এটলীয়ে বাধ্য হৈ তেওঁৰ ঘোষণা সলনি কৰে। ভাৰতক দুভাগত ভগাই ভাৰত আৰু পাকিস্থান নামে দুখন দেশৰ সৃষ্টি কৰে। যদিও ই ভাৰতৰ কাৰণে শোকাবহ ঘটনা, তথাপি অসম ষড়যন্ত্ৰৰপৰা সাৰিল। আপদীয়া ছিলেট জিলাখন অসমৰপৰা এৰা পৰিল। লগে লগে অসমৰ উন্নতিত শিখণ্ডী ৰূপে থকা কাল-শনিটোৱে লগ এৰা দিলে।

## মহাত্মা আৰু বৰদলৈ

“আগেয়ে কৈ আহিলোঁ, নহয় সোণ—উকীল বৰদলৈয়ে ১৯২১চনৰ আগলৈ মহাত্মাৰ বিষয়ে একো নেজানিছিল

বুলিলেই হয়। অসহযোগ আন্দোলন দেশ থৰকবৰক লগাই বৃটিছ-ৰাজৰ বিৰুদ্ধে ৰণ ঘোষণা কৰাৰ লগে লগে বৰদলৈৰো মন উথলি উঠে আৰু এই খিনিতেই তেওঁৰ "হেৰাই যাব খোজা জীৱনৰ বাট" দেখা পায়।

১৯২১ চনৰ অসহযোগ আন্দোলনত তৰুণ-নবীন জেললৈ যোৱাত যেতিয়া বৰদলৈয়ে আহমদাবাদ কংগ্ৰেছত অসমৰ প্ৰতিনিধি হিচাপে যোগ দিবলৈ যায়—তেতিয়াই মহাত্মাৰ লগত তেওঁৰ প্ৰথম সাক্ষাৎ হয়। ১৯২৫ চনত গান্ধীজী গুৱাহাটীলৈ আহোঁতে বৰদলৈৰ গান্ধীজীৰ লগত দ্বিতীয়বাৰ সাক্ষাত হয় আৰু ইয়াৰ প্ৰভাৱৰ পিচতেই বৰদলৈয়ে গান্ধী-জীৰ আদৰ্শৰ প্ৰতি নিজৰ জীৱনকে উছৰ্গা কৰিলে। ১৯৩৪ চনত যেতিয়া গান্ধীজী তৃতীয়বাৰৰ বাবে অসমলৈ হৰিজনৰ কামত আহে—তেতিয়াৰপৰাই বৰদলৈয়ে নিজক হৰিজনৰ সেৱাৰ কাৰণে সমৰ্পণ কৰে।

মহাত্মা গান্ধীক এৰি বৰদলৈৰ কথা ভাবিবই নোৱাৰি। যেতিয়াই তেওঁ কোনো বিপদত পৰে, কোনো কথাৰ দোমো-জাত পৰে, তেতিয়াই তেওঁ উপদেশ বিচাৰি যায় বাপুজীৰ ওচৰলৈ। যেতিয়া অসমক সমষ্টি গঠন কৰি বঙ্গৰ লগত জাপ দিয়া হ'ল আৰু কাৰোপৰা অসমে সহায়-সান্ত্বনাৰ বাণী এষাৰো নোপোৱা হ'ল—তেতিয়াই বৃটিছৰ এই মাৰাত্মক ষড়যন্ত্ৰৰ-পৰা ৰক্ষা পাবলৈ উপায় বিচাৰি দুজন দূত মহাত্মা গান্ধীৰ ওচৰলৈ বৰদলৈয়ে পঠিয়াই দিয়ে।

মহাত্মা গান্ধীয়ে ক'লে "মই এই বিষয়ে ভাবিবৰ একো নাই। মই সকলো কথা খাটাং ভাৱে থিৰ কৰি থৈছোঁ। বৰদলৈক মই কৈছোঁ—কংগ্ৰেছে পোনপটীয়া বাট দেখুৱাব নোৱাৰিলে অসমে সমষ্টি বা শাখা ক'তো যোগ দিয়া অনুচিত। ইয়াৰ বিৰুদ্ধে অসমে গণ-পৰিষদ বৰ্জ্জন কৰিব লাগিব। ........ এই সময়ত অসমে মনে মনে থাকিলে সকলো নাশ হব। অসমৰ ইচ্ছাৰ বিৰুদ্ধে কোনেও অসমক একো কৰাব নোৱাৰে। স্বতন্ত্ৰীয়া গোট হিচাপে অসমে অকলে হলেও থিয় দিব লাগিব। আজিও অসম ভালেখিনি স্বতন্ত্ৰীয়া। আপোনা-লোকৰ সেই অনুপাতে সাহপিত আছে নে নাই ক'ব নোৱাৰোঁ। আপোনালোকেহে জানে। যদি কংগ্ৰেছে এইবিলাক গ্ৰহণ কৰে—তেনেহ'লে আপোনালোকে ক'ব—"ডাঙৰীয়াসকল অসম আঁতৰি আহিলোঁ।"

"ভাৰতৰ স্বাধীনতাৰ এইটোৱে ঘাই কথা। মই আশা-কৰোঁ অসমে এইভাৱে ভাৰতক বাট দেখুৱাব। আপোনালোক ভাৰতৰ স্বাধীনতাৰ বাটত হেঙাৰ বুলি যিসকলে কয়—মই ক'ব নোৱাৰোঁ অসম আঁতৰি আহিলে ভাৰতৰ স্বাধীনতাত কি বিধি-পথালি দিয়া হয়? এনে কথাৰ কাৰণেই মই ক'ব লাগিছো—মোৰ চাৰিওফালে কেৱল আন্ধাৰ, আন্ধাৰ।

"আপোনালোকে পাহাৰী ভাইসকল আৰু যিসকল মুছলমান আপোনালোকৰ লগত আছে—আটায়ে আন অৰিয়া-অৰিকৈ পাহৰি যুঁজিব লাগিব। আপোনালোকে অন্তৰ ডাঠ কৰক।

আওবাটে গ'লে সকলো ধ্বংস হব। বৰদলৈক ক'ব মই অকণো আমনি পোৱা নাই। মই আগতেই সকলো ঠিক কৰি পেলাইছো। অসমে নিজস্ব হেকবাব নেলাগে। গোটেই পৃথিৱীৰ বিৰুদ্ধে যুঁজি হলেও অসমে নিজৰ ৰক্ষা কৰিব লাগিব। নহ'লে মই ক'ম অসমত মানুহ নাই, মানুহৰ প্ৰতিকৃতি কিছু-মানহে আছে। বঙ্গই অসমক যি কোনো প্ৰকাৰে দমন কৰা কথাটো খাপ নোখোৱা কথা।"

দূত দুজনে যেতিয়া ক'লে যে আমি আপোনাৰ কথামতে কংগ্ৰেছৰপৰা ওলাই হ'লেও যুঁজিম আৰু বাইজক ক'ম যে গান্ধীজীৰ আশীৰ্ব্বাদ গ্ৰহণ কৰি আমি বিদ্ৰোহ কৰিবলৈ ওলাইছো।

গান্ধীজীয়ে কলে—"বাইজক ঈশ্বৰৰ আশীষৰ কথা ক'ব। কিয়নো ঈশ্বৰৰ আশীৰ্ব্বাদ আৰু মঙ্গলজনক। গান্ধীজীয়ে হকা-বধা কৰিলেও আমি শুণনো বুলি আপোনালোকে বাইজক কব।"

এইদৰেই বৰদলৈৰ ওপৰত গান্ধীজীৰ প্ৰভাৱ পৰিছিল। গান্ধীজীয়ে সকলো সময়তে বৰদলৈৰ ওপৰত ভাৰসা ৰাখিছিল আৰু অসমৰ কোনো টান কামৰ বাবে ভাবিব লগা হ'লেই—"বৰদলৈ আছে নহয়"—বুলিহে গান্ধীজীয়ে কৈছিল।

গান্ধীজীৰ লগত হোৱা গুৰুত্বপূৰ্ণ কথা-বতৰা আৰু মন্ত্ৰী মণ্ডলীৰ কথাৰ প্ৰতিক্ৰিয়া কিছুমানৰ আভাস বৰদলৈৰ নিজৰ

লেখনিৰ মাজতে পোৱা যায়। যেতিয়া অসমক সমষ্টিৰ মাজলৈ নি জিন্নাৰ মনত ব'বলৈ ইংৰাজ চৰকাৰে চেষ্টা কৰে—তেখেত চকিত হৈ উঠিছিল।

শুনচোন মইনা, মই কৈ যাওঁ, তেওঁ কি লিখিছিল—"১৬ মে'ৰ দিনা যেতিয়া মই দিল্লীত অনুষ্ঠিত হোৱা সভা এখনলৈ গৈ আছিলোঁ; বাটতে ৰেডিঅ' যোগে মই শুনিলোঁ যে মন্ত্ৰী মণ্ডলীয়ে ভাৰতখনক তিনি ভাগ কৰি অসমক 'গ' ভাগত যুক্ত কৰি দিছে। মই একেবাৰে হতাশ হৈ পৰিলোঁ। ওবে ৰাতি টোপনি নাহিল। কিছুমান দৈত্য-দানৱেহে যেন সেইদিনা মোক আগুৰি ধৰিছিল।...মই অসমৰ গুৰুতৰ বিপদৰ কথা কংগ্ৰেছ ৱৰ্কিং কমিটীৰ সকলোকে নানা ৰকমে বুজালোঁ।.. নেতাসকলৰ পৰা কি পালোঁ সেইটো উল্লেখ নকৰোঁ। সকলোৱে শেহত উপায়বিহীন হৈ মই বাপুজীৰ ওচৰলৈ লৰ দিলোঁ। তেওঁৰ ওচৰলৈ গৈ মই কলোঁ যে অসমক যদি এই কালৰ হাতৰপৰা ৰক্ষা কৰিব নোৱাৰোঁ তেনেহ'লে মোৰ কৰ্ত্তব্যৰ প্ৰতি অৱমাননা কৰা হ'ব অৰ্থাৎ মোৰ প্ৰধান মন্ত্ৰিত্বৰ মৰ্য্যদাই নেথাকিব। গান্ধীজীয়ে কঢ় স্বৰে ক'লে—"তুমি এখন প্ৰদেশৰ প্ৰধান মন্ত্ৰী নোহোৱানে? প্ৰদেশখনৰ সকলো ভাৰ তোমাৰ ওপৰতে নিৰ্ভৰ নকৰেনে? যদি হয়ে তোমাৰ প্ৰদেশখনৰ ওপৰত কোনে তোমাৰ বিনা সম্মতিয়ে বোজা এটা জাপি দিব পাৰে? কংগ্ৰেছ ৱৰ্কিং কমিটীৰ এখন ৰাজ্যৰ মতামতৰ ওপৰত কোনো ৰকম বোজা জাপি দিবৰ শক্তি নাই।" গান্ধীজীৰ প্ৰেৰণাই হে মোক

মোৰ ৰাজ্যৰ হৈ যুঁজিবলৈ শক্তি দিলে। গান্ধীজীয়ে ক'লে যে যদিহে কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে প্ৰদেশখনৰ অহিতকৰ কিবা এটা যুক্তিহীন কাম কৰে—কংগ্ৰেছৰ ভিতৰত থাকিও তুমি কংগ্ৰেছ ৱৰ্কিং কমিটীৰ বিৰুদ্ধে যুঁজিব পাৰিবা।—গান্ধীজীৰ লগত এই আলোচনা শেহ কৰি গান্ধীজীৰ দিল্লীৰ বাহৰ হৰিজন বস্তিৰপৰা অকল বিশ্বাস আৰু আগ্ৰহৰেই নহয় ন বলত বলিয়ান হৈ ওলাই আহিলোঁ।

'মই যে মোৰ এই বিৰোধিতাত অকল মুছলীম লীগৰ গৰাহৰ পৰা অসমক উদ্ধাৰ কৰিবলৈহে চেষ্টা কৰিছিলোঁ এনে নহয়। গোটেই ভাৰতৰ স্বাৰ্থৰ হকেই মই খাটিছিলোঁ। কিন্তু ভাৰতৰ অস্থায়ী গণ-পৰিষদ আৰু কংগ্ৰেছ ৱৰ্কিং কমিটী দুয়োটাতে ইংৰাজৰ এই সমষ্টি গঠনক গ্ৰহণ কৰাৰ ভাবহে দেখিছিলোঁ। মোৰ পথ দুটা আছিল—হয় ইংৰাজৰ এই হীন প্ৰস্তাৱ গ্ৰহণ কৰি অসমক ধ্বংসৰ মুখলৈ ঠেলি দিব লাগিব—নহয় কংগ্ৰেছ আৰু গণ-পৰিষদৰপৰা বাহিৰ ওলাই যাব লাগিব—নহ'লে মোৰ জীৱন-জোৰা সকলো সাধনা ধ্বংস হৈ যাব। মোৰ মন নানা ধাম-খুমীয়াৰ মাজত পৰি উত্ৰাৱল হৈ পৰিছিল কিন্তু শেহত মই স্থিৰ কৰিছিলোঁ যে গান্ধীজীয়ে অসমক ৰক্ষা কৰিব পাৰিব।"

বৰদলৈয়ে উগুল-থুগুল মনে দিল্লীত নানা পৰামৰ্শ বিচাৰি ফুৰা সময়তে এটা বাতৰি পালে যে পাকিস্থানৰ বুকুত খাছীয়া-জয়ন্তীয়া পৰ্ব্বত সমষ্টিতে শ্বিলং আৰু কাছাৰ জিলাকো সুমুৱাই লবৰ চেষ্টা চলিছে। ইতিমধ্যে খাছী নেতা কেইজনমানে দৈ

জিন্না আদি নেতা আৰু বৰলাট মাউণ্টবেটেনকো লগ ধৰাত এই সন্দেহৰ ছাঁই তেওঁক বেছিকৈ আবৰি ধৰিলে। বৰদলৈ বিচলিত হৈ পৰিল। বৰদলৈয়ে গৈ গৱৰ্ণৰ জেনেৰেল মাউণ্টবেটেনক লগ ধৰিলে আৰু মাউণ্টবেটেনৰ পৰাও তেনে এটা ইঙ্গিতকে পালে। এইবাৰো বৰদলৈ গান্ধীজীৰ ওচৰলৈ লৰি গ'ল। গান্ধীজীয়ে বুজিলে যে এইবাৰৰ সমস্যাটো সাধাৰণ নহয়, গতিকে বৰদলৈক পেটেলক লগ ধৰি তেওঁৰ লগত এই বিষয় আলোচনা হবলৈ দিলে। বৰদলৈয়ে বাপুজীৰ কথা সাৰোগত কৰি উভতি গ'ল। "পিচদিনা আকৌ বৰদলৈয়ে মাউণ্টবেটেনক লগ ধৰাত তেওঁ কলে—"এইবোৰ কথা বৰ গোপনীয়। এটা কথা এই যে—বৰ্ত্তমান নিয়োজিত চাহাব গবৰ্ণৰ তিনিটি লৰা-ছোৱালী আৰু তিৰোতাসহ ঢাকাৰ দৰে গৰম ঠাইত বাস কৰিব নোৱাৰে বাবে এখন শীতল আৰু ওখ ঠাই বিচাৰিছে।

মুঠতে এনেকুৱা অৱস্থা এটা আহি পৰিছিল যে অসম ভাৰতীয় সংঘৰ পৰা ওলাই এখন স্বতন্ত্ৰীয়া দেশ হোৱাটো প্ৰায় খাটাং যেন হৈ পৰিছিল। সেইদিনা বৰদলৈয়ে সকলো ৰকম সমালোচনা আৰু বিভীষিকা সঞ্চাৰকাৰীসকলৰ প্ৰতি সাৱধান বাণী শুনাইছিল।

গান্ধীজীৰ পূৰ্ণ প্ৰভাৱ এইদৰেই প্ৰতিটো কৰ্ম্মতেই বৰদলৈৰ ওপৰত পৰিছিল।

সেইবাবেই বৰদলৈয়ে যেতিয়া গান্ধীজীৰ মৃত্যু-বাতৰি পায়, শোকত অভিভূত হৈ কথা ক'ব নোৱাৰা হৈ পৰে। "ই এটা

ডাঙৰ ক্ষতি। কিন্তু মোৰ কাৰণে ই পিতৃ বিয়োগতকৈও বেছি শোকাবহ। মই ব্যক্তিগত ভাৱে অনুভৱ কৰিছো যে ২৮ বছৰ আগেয়ে তেওঁৰ উপদেশ বাণীৰ পৰা অনুপ্ৰেৰণা নোপোৱা হ'লে—মই আজি যেনে অৱস্থাত আছোঁ। তেনে নহ'লোঁ-হেঁতেন। অসমৰ পক্ষে ই এটা ডাঙৰ ক্ষতি। অসম যেতিয়াই বিপদ-আপদত পৰিছে—তেতিয়াই গান্ধীজীয়ে অসমৰ পক্ষে থিয় দি আহিছে। জগতে তেওঁক শ্ৰেষ্ঠ লোক হিচাপে মান্য কৰক কিন্তু মোৰ কাৰণে তেওঁ তাতোকৈ শ্ৰেষ্ঠ, তাতোকৈ মহৎ। আজি আৰু কথা কোৱাৰ সময় নহয়। আজি তেওঁৰ আদৰ্শ অনুসৰি মহত্ত্বপূৰ্ণ মানৱতাৰ পূৰ্ণ বিকাশ লাভৰ অৰ্থে কাম কৰিবৰহে সময়। আমি মানুহক মানুহ হিচাপে ভাল পাবলৈ শিকা নাই বাবেই এনে এটা অবৰ্ণনীয় ঘটনা হ'বলৈ পালে। সঙ্কটৰ সময়ত বাপুজী আমাৰ সাৰথি আৰু উপদেষ্টা আছিল। তেওঁৰ মৃত্যুত অসম আজি অতিকৈ দুখীয়া হ'ল।"

"আইতা, বৰদলৈজনৰ মৰিবৰ বয়স হোৱা নাছিল জানো ?"

"কিনো কৱ অ' তই ? সিদিনা মাথোন ষাঠি বছৰ পূৰ হৈ গৈছিলহে। হ'ল কি হল ষাঠি বছৰ—গাৰে-গোটে মানুহজন দেখিলে আমাৰ পৰ্ব্বতীয়া "গাম" একোজনলৈ মনত পৰে। কি যে নোদোকা পুৰুষটো। চিন্তাশীল মুখখনৰ মাজৰ হাঁহিটো কেনে যে লাগে—যেন মৰুভূমিৰ মাজৰ পাৰিজাতহে। কোনোৱা এজনে কোৱাৰ দৰে যোলে অসমৰ চিন স্বৰূপে আমি তিনিটা বস্তু আনৰ আগত দাঙি ধৰিব পাৰোঁ—বৰ-জাপী, বৰ-শৰাই আৰু

বৰ-দলৈ। আচলতে বৰ দলৈ নে বৰদলৈ। সভাখনত উঠি যেতিয়া গুৰু-গম্ভীৰ মাতেৰে কথা আৰম্ভ কৰিব—যেন ধুনীয়া বিজুলীৰ মাজৰ কঠোৰ গাজনিহে।

গুৱাহাটীৰ পূব ফালৰ হাবি-বনে ভৰা শিলপুখুৰী নামে ঠাই-খিনিতে ১৮৯১ চনত তেখেতৰ জন্ম হয়। তেখেতৰ জন্ম স্থান নগাঁৱৰ ৰহা বুলিও বহুতে কয়। সেই সময়ত সমুখতে থকা কছাৰী গাওঁখনৰ বা-বতাহৰ মাজতে ডাঙৰ-দীঘল হোৱা পেপুৱা লগা বৰদলৈজন যে আজি আমাৰ মাজত ‘লোকপ্ৰিয়’ নামে জনাজাত হ’ব কোনে ভাবিছিল ? সকৰেপৰাই তেওঁৰ সমাজত নেতা বোলাই ফুৰা অভ্যাসটো নাছিল। সেই কাৰণেই—যদিও ওচৰ-চুবুৰীয়াসকলৰ মঙ্গল কামনা কৰাই তেওঁৰ ব্ৰত আছিল—তথাপি তেওঁক সৌ সিদিনালৈ কোনেও নেজানিছিলেই। তেওঁৰ জীৱনত সেইবাবেই তেওঁ নিজে কৈ যোৱা কথাষাৰ বাকৈকৈয়ে খটাব পাৰি যে মহাত্মাৰ পৰশতে তেখেতে হেৰাই যাব খোজা বাটটো বিচাৰি পালে।

পিতাক ডাঃ বুদ্ধেশ্বৰ বৰদলৈ আৰু মাক ৰামেশ্বৰী দেৱীয়েও তেওঁলোকৰ কোনোমতে খাই-বৈ থকা মধ্যবিত্ত জীৱনটোত'এনে একন ‘বৰদলৈ’ যে জন্ম দিছিল—সপোনতো ভবা নাছিল।

একেবাৰে শিশু অৱস্থাতে তেওঁৰ আইতাক ঢুকায়। এটা কথা শুনা যায় যে পিতাকে যি সময়ত বৰপেটাত চাকৰি কৰে—সেই সময়তে তেওঁৰ মাকৰ বিয়োগ হয়। বাধ্য হৈ পিতাকে কেচুৱা গোপীনাথক বৰপেটাতে একনী বুঢ়ীৰ আশ্ৰয়ত

এৰি আছে—আৰু তাতেই তেওঁ শিশুকালৰ ভালেমান দিন কটায়। আৰু শুনা যায় তেখেত প্ৰধান মন্ত্ৰী হোৱাৰ পিচত সেই বুঢ়ীয়ে নিজে আহি পৰিচয় দিয়াত বুঢ়ীক বৰদলৈয়ে নানা বয়-বস্তুৰে সম্বৰ্দ্ধিত কৰিছিল।

১২ বছৰ বয়সতে গোপীনাথে লুইতত নাও খেলা, সাঁতোৰা, বৰশী বোৱা আদি সকলোবিলাকতে পাকৈত হৈ উঠে। ফুটবল, ক্ৰিকেট বৰ ভাল পাইছিল। কলিকতাত পঢ়ি থকা অৱস্থাত কলিকতা চহৰৰ টেনিচ, বিলিয়াৰ্ড, ক্ৰিকেট খেলুৱৈসকলৰ মাজত তেওঁৰ নাম আছিল। ক্ৰিকেটৰ কাৰণে তো একেবাৰে বলিয়াই। য'তে ক্ৰিকেট ত'তে গোপীনাথ। ক'ৰবালৈ গ'লে হলেও সোণটি, তোৰদৰে ঘৰৰপৰা অনুমতি নোলোৱাকৈ নগৈছিল।

"ওঁ, মই নোসোধাকৈ যাওঁ নেকি ?" মুখখন ওফোন্দাই সোণকণে সোধে।

"বাক সুধিয়ে যাৱ দে—শুন বাক। সঙ্গীতৰ প্ৰতিও তেওঁৰ ধাউতি আছিল আৰু প্ৰত্যেক বিধ বাদ্যতে হাত বুলাব পাৰিছিল। বৰগীত হ'লে বৰ বঢ়িয়াকৈ গাব পাৰিছিল। যেতিয়া গলগলিয়া মাতটোৰে জেলৰ ভিতৰতো গধূলি সময়ত 'পাৰ কৰা ৰঘুনাথ" বুলি ৰাগ টানিছিল—কি যে শুনিবলৈ! কলিকতাত ছাত্ৰ অৱস্থাত থাকোতে অভিনয় আদিতো খুহুতীয়া ভাও লৈছিল।

তেওঁৰ সৰু কালৰ আৰু বহুতো কথাই মনত পৰে। সিবিলাক সৰু সৰু কথা হ'লেও সেইবিলাকেই তেওঁৰ পাতে

ভৱিষ্যতৰ সন্ধান দিছিল। এদিনাখনৰ কথা—তেওঁতকৈ পাঁচ বছৰে ডাঙৰ বায়েক শশীকলাই এখন ছুৰীৰে বেপি খুৰ্ষা কাটি আছিল। তাকে দেখি গোপীনাথেও ছুৰী এখন বিচাৰিলে। যি দেখে তাকেই অনুকৰণ কৰিব বিচাৰে। বায়েকে ছুৰীখন নিদিয়ে, গোপীনাথে নেৰে। খন্তেকতে বায়েকে দিলে হাতত বেপি তেজ বৈ পৰিল। কিন্তু গোপীনাথে নেকান্দিলে। আইতাকে শশীকলাক খুব বকিলে। পিচৰ জীৱনত তেওঁৰ এই মহৎ সহ্য গুণ কেনেকৈ ফুটি ওলাইছিল সকলোৱে জানে।

সকবেপৰা দেখিলেই লেখা স্বভাৱ তেওঁৰ আছিল। তেওঁ আনৰ সকলো ভাল কথাকে অনুকৰণ কৰিছিল। পিচৰ কালত তেওঁ তেওঁতকৈ সৰু সকলৰপৰা উপদেশ আদি গ্ৰহণ কৰা কথাটোৱে সৰু কালৰ কথাটো প্ৰমাণ কৰে। আনৰ সুপৰামৰ্শ তেওঁ সদায় গ্ৰহণ কৰিছিল। মইবৰ ভাব তেওঁৰ সমূলি নাছিল।

সৰু কালৰেপৰা খেলা-ধূলাত তেওঁৰ বাপ অসীম আছিল। খেলা বুলিলে সকলো বাদ। অতি সৰু কালতে তেওঁৰ বান্দৰ নচুৱা খেল চাই বৰ ফুৰ্ত্তি পাইছিল। তাৰে অনুকৰণত তেওঁ এজন সৰু ল'ৰাক বান্দৰ সাজি নিজে বান্দৰৰ সঙ্কেতদাতা হৈ নচুৱাই বং পাইছিল। কুৰকুৰীয়া বাজী আৰু যাদু খেলা তেওঁ ভাল পাইছিল। বৰশী বোৱাত অতি বাপ আছিল। বৰপেটাত থাকোতে বৰশীৰে জাউৰীয়া মাছ মাৰি তেওঁৰ কি যে আনন্দ!

তেওঁ তইতৰ দৰে ল'ৰা-ছোৱালীৰ লগত উমলি ভাল পাইছিল। গধূলি ঢাকি পাৰি—"জোন বাই এ তৰা এটি দিয়া," "এটি তৰা, দুটি তৰা" আদি ল'ৰা উমলোৱা গীত গাই ভাল পাইছিল। সক লৰা-ছোৱালীক বৰগীত আৰু আন আন গীত মুখে মুখে গোৱাইছিল।

কোনো খেল-ধেমালিৰ পৰা আহিলে ভৰি হাত ধোৱাৰ আগতেই বৰ ঘটিটোৰে এঘটি পানী খোৱাটো তেওঁৰ দৈনন্দিন কথাৰ দৰে আছিল।

খোৱা-লোৱা বস্তুৰ ভিতৰতো কিছুমান বস্তুৰ তেওঁ বৰ প্ৰিয় আছিল—ৰহৰ দালি, আলু-ভজা, উহুৱা আলু, কাঠআলু তেওঁৰ অতি প্ৰিয়। কিন্তু পকা কঠালৰ গোন্ধকে সহিব নোৱাৰে। ঔ-টেঙাও তেওঁ বেয়া পাইছিল। তেওঁৰ প্ৰিয় বস্তুৰ ভিতৰত ভাটৌ আৰু আৰু পাৰচৰাই পোহাটোও। তেওঁক ভাটৌ এটা দিব পাৰিলে—আন ভাত-পানী সকলোকে ত্যাগ কৰিব পাৰিছিল। এইখিনি তেওঁৰ ঘৰুৱা কথা ক'লো—তাৰ পিচত শুনচোন—

সকলো মাক মৰি যোৱা মাউৰা বৰদলৈজনৰ জীৱন চাকি আছিল বায়েক শ্ৰীযুক্তা শশীকলা দেৱী। বায়েকৰ তত্বাৱধান নোহোৱা হ'লে আজি হয়তো আমি এজন 'লোকপ্ৰিয়'ক সুঁৱৰিব লগাত নপৰিলোঁহেঁতেন।

এবাৰৰ কথা। সেই সময়ত অসহযোগ আন্দোলন। তৰুণ ফুকন আৰু ডেকা গোপীনাথ একেখন জেলতে। দাড়িয়ে-গোঁফে ভোবোকাৰ সন্ন্যাসী-ৰূপী ফুকনে বৰদলৈক ক'লে— "গোপী. তোমাৰ হাতেৰে এগিলাচ চৰ্পত খুউৱাহে।" ফুকনৰ কথা জানো নেমানি পাৰে? ফুকনে চৰ্পত খাই সন্তুষ্ট হৈ ক'লে—"গোপী, তুমি বৰ খুৱালাহে—তুমি ভৱিষ্যত অসমৰ বৰমানুহ হোৱা।"—হয়, সন্ন্যাসী ফুকনৰ কথাই ৰ'ল। গোপীনাথ অসমৰ বৰমানুহ হ'ল।

গোপীনাথ পঢ়া-শুনা বিষয়তো পয়ঁালগা বিধৰ নাছিল। প্ৰায় বৃত্তি ধৰি ধৰিয়ে তেওঁ স্কুল আৰু কলেজত পঢ়িছিল। ১৯১৪ চনত তেওঁ এম, এ পাছ কৰে। ১৯১৫ চনত ল' পাছ কৰে। তাৰ পিচত সোণাৰাম হাইস্কুলৰ প্ৰধান শিক্ষক হিচাপে জীৱন আৰম্ভ কৰে। ১৯১৮ চনত শ্ৰীযুতা সুৰবালা বৰদলৈক বিয়া কৰায়। ছাত্ৰ অৱস্থাৰে পৰা তেখেতৰ অন্তৰত যে এটা দেশ প্ৰেমৰ সূতি আছিল তাক বুজা যায় যেতিয়া দেশ-বিদেশৰ নানা মহাপুৰুষ সকলে দেশ জাতি আৰু সমাজৰ কাৰণে কৰা কামবোৰৰ কথা আগ্ৰহেৰে পঢ়ি পঢ়ি তাক সহবিদ্যাৰ্থীসকলৰ আগত কৈছিল তাৰ পৰাই। বৰদলৈৰ এইবোৰ সকলো গুণ আছিল—ধীৰ, সত্যনিষ্ঠ, অহিংসবাদী, মৰমিয়াল, অল্পভাষী, ঈশ্বৰ বিশ্বাসী, চিন্তাশীল আৰু কৰ্ত্তব্যপৰায়ণ।

বৰদলৈৰ জীৱনে সকৰেপৰা জনজাতিৰ মাজত থাকি গঢ় লৈছিল কাৰণেই আৰু নিজে দুখ কষ্টৰ জীৱন যাপন কৰিছিল বাবেই তেওঁ দুখীয়াৰ দুখ বুজিছিল। সেইবাবেই তেখেতে ল'ব পাৰিছিল কমলা মিৰিক আপোন কৰি।

'৪২ চনৰ যোৰহাট জেলৰ কথা। শিৱসাগৰ জিলাৰ এখন পিচৰপৰা গাঁৱৰ শান্ত-শিষ্ট একনিষ্ঠ কৰ্মী কমলা। তেওঁকো জেলত আৱদ্ধ কৰি ৰাখিলে—ৰাজনৈতিক বন্দী হিচাপে। বৰদলৈও আছিল সেই জেলতেই। তেওঁৰ চকু আনলৈ নগৈ গ'ল কমলালৈ। কমলাক কাষ চপাই ল'লে। 'ক'ৰ তিনি কোণ নিচিনা কমলাক বৰদলৈয়ে হাতত ধৰি 'ক' 'খ' শিকালে, নিজৰ যঁতৰৰে সূতা কাটিব শিকালে।—কমলা মিৰিৰ জেলৰ ভিতৰত টান নৰিয়া হ'ল। বাচিবৰ আশা নাই। কিমানে ক'লে—"কমলা তই লেখি দি জেলৰ পৰা ওলাই যা।"—কিন্তু কমলাই তিল তিল কৈ সকলো সহ্য কৰি দিন বাৰ গণি গণি ফাটেক খাটিলে।—এদিনাখন চিৰ চেনেহৰ শিক্ষক বৰদলৈৰ ওচৰলৈ আহি কমলাই লাহেকৈ কয়—"মোক তোৰ যঁতৰটো দে—মই হাততে স্বৰ্গ পাম।"—উত্তৰত বৰদলৈয়ে ক'লে "মই যে হাততে স্বৰ্গ ডেকৱাম।"—কিছুদিন পিচত বৰদলৈয়ে ঘৰৰপৰা অন্য এটা যঁতৰ নি তেওঁৰ প্ৰিয় ছাত্ৰ কমলাক উপহাৰ দিয়ে। কমলাই সিদিনা সঁচাকৈ হাততে স্বৰ্গ পোৱাদি জপিয়াই উঠিছিল। এয়েই আছিল বৰদলৈৰ জনজাতীয় প্ৰীতি।

কমলাৰ ফাটেকৰপৰা ওলাবলৈ আৰু অলপ দিনহে বাকী। ঘৰৰ ঘৰোৱাহে কমলাৰ মুক্তিৰ দিন ওচৰ চাপি অহাত কিমান আনন্দ পাইছিল। জেলৰ পৰা গৈ কমলাই কি কি কৰিব শিক্ষা গুৰুৰপৰা শিকি বুজি লৈছিল।—কিন্তু হায় কমলা আৰু ফাটেকৰ পৰা গৈ নেপালে। তাতেই তিলতিলকৈ বেমাৰ ভুগি এদিন মৰি থাকিল। বৰদলৈয়ে প্ৰিয় কমলাক হেৰুৱাই কিমান যে দুখ পাইছিল!—সেইবাবেই ১৯৫০ চনৰ এদিনাখন বৰদলৈয়ে মৃত কমলাৰ ঘৰ চুৱাৰ চাই পৰিয়ালসকলক সান্ত্বনা দি আহিছিল। কিন্তু হায়, কমলাৰে ভাগ্য যে তেওঁৰ ঘৰৰপৰা ফিৰাৰ অলপ দিন পিচতে সৰগৰ দুৱাৰতো কমলাই শিক্ষা গুৰুক ওভোতাই পালে। বৰদলৈৰ গাত গান্ধীজীৰ প্ৰভাব পূৰ্ণমাত্ৰাই পৰিছিল। তেওঁৰ মতে—"মেটৰ আৰু মন্ত্ৰী এজনৰ মাজত কোনো প্ৰভেদ নাই; মন্ত্ৰী এজনৰ দেশৰ প্ৰতি যি দায়িত্ব আছে তাৰ তুলনাত মেটৰ এজনে পালন কৰিব লগা দায়িত্বৰ গুৰুত্ব কোনোৰকমে তল নহয়।"

জীৱনৰ শেষ বয়সত বৰদলৈয়ে সঙ্কটময় ৰাজনীতিবিলাক ত্যাগ কৰিবলৈ সদায় বিচাৰিছিল। বাৰে বাৰে তেখেতে ভাৰতৰ উপ-প্ৰধান মন্ত্ৰীক জনাইছিল—তেওঁৰ ঠাইত আনক নিযুক্ত কৰিবলৈ; কিন্তু ছৰ্দাৰ পেটেলে বৰদলৈক বাদ দি কোনো দিনেই অসমৰ কথা ভাবিব নোৱাৰিছিল। বৰদলৈয়ে সদায় কৈছিল যে তেখেতৰ শেষ বয়সখিনি জনজাতীয়সকলৰ মাজত কটাব খোজে। কিন্তু কাল নিয়তিয়ে জানো মানুহৰ ইচ্ছাক পূৰণ কৰিব দিয়ে ?

দেশে বৰদলৈক কোনো দিনেই পাহৰিব নোৱাৰে। বৰদলৈৰ কল্পনা অছিল—স্বাধীন ভাৰতত এখন মনোৰম অসম গঢ়া; আৰু সেই মনোৰম অসম গঢ়িবৰ বাবে তেখেতে তেখেতৰ গোটেই কৰ্ম্মশক্তিকে প্ৰয়োগ কৰিছিল। '৪২ চনৰ পচত জেলৰপৰা ওলায়ে বোকাপানীৰে গাৱেঁ-ভূঁয়ে ফুৰি. গুৱাহাটী বিশ্ব-বিদ্যালয়ৰ পুঁজি সংগ্ৰহত যি পাৰদৰ্শিতা দেখুৱালে ভাবিলে আচৰিত হ'ব লাগে। তেখেতে দুখক দুখ নুবুলি, কষ্টক কষ্ট যেন নেভাবি বিশ্ববিদ্যালয়ৰ কাৰণে আশাতীতভাৱে পুঁজি সংগ্ৰহ কৰিলে।

ফলত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভেটি স্থাপন হ'ল। সেইবাবে তেখেতক গুৱাহাটী বিশ্ববিদ্যালয়ৰ পিতা বুলি ক'ব পাৰি। ইয়াতে তেখেতৰ মনোবল আৰু অসীম কষ্ট কৰিব পৰা শক্তিৰ চিনাকি পোৱা যায়। গুৱাহাটীত বিশ্ববিদ্যালয় পাতি তাক আজিৰ দৰে পৰীক্ষা পাছ কৰা অনুষ্ঠান কৰাই তেখেতৰ উদ্দেশ্য নাছিল। তেওঁৰ বিশ্ববিদ্যালয়ৰ আদৰ্শ আছিল পুৰণি-কলিয়া ঋষি-মুণিৰ আশ্ৰমৰ লেখিয়া। বৰদলৈয়ে অসমক ন ভাবেৰে গঢ়ি, ন চকুৰে চাই গ'ল—যদিও তেখেতৰ বহুত কামেই বাকী বৈ গ'ল আৰু অসম্পূৰ্ণ হৈ থাকিল। তেখেতে অসমক বিশ্ববিদ্যালয় দিলে, কৃষি কলেজ দিলে, পশু চিকিৎসা কলেজ দিলে, ইঞ্জিনীয়াৰিং কলেজৰ ভেটি স্থাপন কৰিলে, পুলিচ ট্ৰেইনিং কলেজ, সমবায় কলেজ আদি যি

এখ এটা অনুষ্ঠান নহলে দেশ এখন স্বতন্ত্ৰীয়া হ'ব নোৱাৰে তেওঁৰ যত্নতে সকলোখিনি হ'ল। সবলোতকৈ ডাঙৰ অভাৱ পূৰণ কৰিলে অসমত সুকীয়া হাইকোৰ্ট এটা প্ৰতিষ্ঠা কৰি। তাৰোপৰি অসমীয়া কলা জগতত তেখেতে চিৰস্মৰনীয়া হৈ ৰ'ল—অসমত এটা ৰেডিঅ' কেন্দ্ৰ স্থাপিত কৰি। দিল্লী অসমৰ পৰা সদায় বহুত দূৰত থাকে গতিকে অসমৰ অভাৱ অভি-যোগৰ কথা কোনো দিনেই দিল্লীয়ে নুশুনে। বৰদলৈৰ যত্নত কেন্দ্ৰত অসমৰ পৰা এজন উপমন্ত্ৰীও লোৱা হ'ল। তেখেতে পৰ্ব্বত-ভৈয়ামৰ মিলনৰ বাবে যিমান কাম কৰি গ'ল—সি অসমৰ ইতিহাসৰ এটি সোণালী অধ্যায়। সেই ঐক্যৰ কাৰণেই তেখেতে নিজৰ পৰমায়ুকো টুটাই আনিলে। সেইদিনা মাথোন বেমাৰী গাৰে তেখেত গাৰো, কছাৰী, মিকিৰ আদি পাহাৰী ভাইৰ মাজলৈ সম্প্ৰীতিৰ হকে গৈ ঘূৰি আহিছিল— আৰু শেহত লুচাই পাহাৰলৈ গৈছিল, কিন্তু সেই ভ্ৰমণেই তেখেতৰ কাল হ'ল। ৰাক্ষসী নিয়তিয়ে পিচে পিচে লৰ দিলে। তেওঁ লুচাই ভাইসকলৰ মাজৰ পৰা আহিয়ে শৰীৰৰ অসুস্থতা অনুভৱ কৰে। সেইদিনা শ্বিলঙৰ পৰা আহি বিয়লি কুমাৰ ভাস্কৰ নাট্য মন্দিৰত হোৱা এখন অভিনয় চাই আহি ৰাতি ঘৰ পাইছিলহি।

"হেৰা শুনিছানে?"

"কিনো কয়?"

"শুনাচোন; এটা সামাজিক দেখিলোঁ। আজি ৰাতি।"

"কিনো দেখিলে ?"

"দেখিলোঁ, মহাত্মাই মোক মাতি পঠাইছে. তেখেতৰ কামত হেনো মই সহায়ক হব লাগে।"

"বাক বাক, হ'ব হ'ব—গছৰ আগত কওক।"—এই কথাখিনি গিৰিয়েক-ঘৈণীয়েকে শেষবাৰৰ বাবে খোৱাৰ সময়ত কৈছিল—কিন্তু হায় কেনে জানিছিল ···· ”

"আইতা, আইতা!"

"উঠ বাচা উঠ ; বাহিৰলৈ ব'ল। হেৰৌ সকলো ঘৰৰপৰা ওলাইকও। 'ৰাম ৰাম, হৰিবোল, হৰিবোল।"

চাৰিওফালে হৰিবোল, হৰিবোল ৰোল উঠি গ'ল। সোণটিয়ে আবুয়েকৰ ডিঙিত সাৱটি ধৰিলে। ভূঁইকপ—বিৰাট ভূঁইকঁপ। যেন কালান্তক খাণ্ড খাণ্ড মূৰ্ত্তি ধৰিহে আহিছে। পৃথিৱী ক্ষন্তেকৰ কাৰণে থৰ হ'ল।·········আকৌ পৃথিৱী কঁপিব ধৰিলে. দলদোপ হেন্দোলদোপ. ক'ৰবাত যেন বৰতোপৰ শব্দ হ'ল। পৃথিৱীখন যেন তুফাল হ'ল। চাওঁতে চাওঁতে সমুখৰ সকলো ঘৰ-তুৱাৰ ভাঙি-চিঙি চুৰমাৰ হ'ল। মাটি ফাটি বোকা ওলাল—অলপ পিচত পানীয়ে ঢৌৱাই পেলালে।

আবু-নাতিৰ কথাৰো ইয়াতে অন্ত পৰিল। মাহদিনমান পিচৰ কথা। বসুমতী অলপ শান্ত হ'ল। মানুহবিলাকে আকৌ নিজ নিজ কামত ধৰিছে। নাতিয়েকে আবুয়েকৰ

আচলত ধৰি আকৌ কৈছে—আধৰুৱা কথাখিনি ক'ব লাগে। বুঢ়ী আয়ে আকৌ ভূঁইকঁপৰ কথাহে আৰম্ভ কৰিলে।

"বোপাই এই বুঢ়া হাড় কেডালে যে কিমান নেদেখিলে! সেই ৯৭ চনৰ ভূমিকম্পৰ নাম শুনিলে আজিও গাৰ কঁপনি উঠে। তাৰ পিচতো আকৌ কত ভূমিকম্প নগ'ল। এইবাৰে কি যে নকৰিলে দেহি! সেই সিদিনাৰ ভূঁইকঁপটোয়ে মোৰ সোণৰ অসমৰ পিতৃ বৰ্জাইতৰ দিনৰ শিৱসাগৰৰ শিৱদ'লৰ সোণৰ কলচীটো ধহাই মাটিত পেলালে। ১৫ আগষ্টৰ ভূঁই-কঁপটোত যেনিবা যিকণ চিন আছিল তাৰো চিন মৰো মৰো হ'ল। গোটেই গাতে চিৰাল-ফাঁট মেলিলে। উজনী অসম মোৰ, তেনেই উচন হৈ গ'ল। হাজাৰ হাজাৰ মানুহ মৰিল। ঘৰ-বাৰী উটি-ভাঁহি গ'ল। ক'ৰ মানুহ ক'লৈ গ'ল কোনে খবৰ ৰাখে? দিনে দিনে কিমান সকৰুণ ঘটনা শুনিব লাগিছো—কিমান শুনিবি সোণ! সেই সময়ৰ কথা—খৰালি কালতো ১৫।১৬ হাত পানী থকা সোৱণশিৰিৰ পানী শুকাই তলি ওলাল। তাৰ পাৰৰ ভূইকঁপৰ ভয়ত পলাই উৰাই যোৱা বাইজে বালিতে ধৰফৰাই থকা মাছ খাবলৈ আকৌ ফিৰি আহিছিল কিন্তু সিয়ে যে কালিকা লগা মাছ আছিল কোনেনো জানিছিল? হঠাৎ পৰ্ব্বত সমান হৈ কিবা বাগৰি অহাৰ শব্দ শুনা গ'ল। পানী! পানী! চাওঁতে চাওঁতে পানী আহি এক থাৰ গাঁঠি হ'ল, তাৰ পিচত এক আঠু, এককাল, এবুকু হ,লহি। অলপ পিচতে মূৰ চোৱেহি লাগে।

যেয়ে যেনি পায় তেনি পলাল। কিছুমান গছে-বিৰিখে, ঘৰৰ মূধে য'তে পাই ত'তে উঠিল। কিন্তু কি হ'ব! ঘৰ পৰি গ'ল, গছ উভালি গ'ল; জন-প্ৰাণী পানীত উটি গ'ল, কোনে কাৰ খবৰ ৰাখে। এজন ডেকা। লগত ঘৈণী-য়েক আৰু এটি কেচুৱা। পানীত ভাঁহি আহিল এডাল গছত ধৰি। ঘৈণীয়েক আৰু কেচুৱাক সোঁতে লৈ গ'ল। ঘৈণীয়েকক কোনোমতে চুলিকোচাত ধৰি ৰাখিলে। আৰু এঠাইৰ কথা—দুই ভাই-ককাই আৰু দুয়োৰে পৰিবাৰে সৈতে ঘৰখন। হৰ্ হৰ্ শব্দ কৰি পানী বাগৰি অহা দেখি আত্ম-ৰক্ষাৰ বাবে বেমাৰী ভায়েকক তুলি ধৰিলে। কিন্তু চিৰ-ৰুগীয়া ভায়েকে মুগুনিলে। ঘৰতে সোমাই ৰ'ল। ককায়েক গছত উঠিল। ভায়েকক উবুৰি খাই অহা পানীয়ে উটাই নিলে। লগতে বেমাৰী হ'লেও নিজৰ স্বামীক এৰি যাব নোখোজা ঘৈণীজনীও ক'লৈ পানীত উটি গ'ল। চাওঁতে চাওঁতে গছজোপা উঘালি পৰি ককায়েকো উটি গ'ল।

মোহন গামৰ কথা নজনা লোক লক্ষীমপুৰত নাই। অনেক পো-নাতি। বিৰাট পৰিয়াল। এদিনাখন সেই মোহম গামে পো-নাতি লগুৱা লিকচৌ লৈ আহি ১৯২১ চনৰ অসহযোগ আন্দোলনৰ সময়ত কৈছিল "মই লক্ষীমপুৰৰ ৰজা।" ফিৰিঙি চাহাবে আসন এৰি দি কিছুদিনলৈ হলেও যাব লগা হৈছিল। কিন্তু আজি মোহন গামৰ পৰিয়াল ক'ত? তেওঁলোকৰ চিনাকি দিবলৈ কোন ক'ত আছে? আটায়ে সোৱণশিৰিৰ বুকুত জাঁহ গ'ল

বোপাই জনাবিলাকৰ ভিতৰত ইখিনি। আৰু যে পৰ্ব্বত-কন্দৰৰ মাজত ক'ত কিমান জাঁহ গ'ল খবৰ কোনে ৰাখে অ'? সোৱণশিৰিৰ পূবপাৰে গাৱেঁ ভৰি আছিল—আজি তাত এজনো মানুহ নাই—কেৱল পানীয়ে পানী। সিপাৰৰপৰা কোনোবা মিলিৰামে ৰিঙিয়াই—"মই মিলিৰাম ঔ—নেহি!" কিন্তু হায় কোনে কাক নিব; কোনে বা শুনিব! স্বয়ং অসমৰ ৰাজ্যপাল মাজ-আলিতে মটৰসহ বুৰ গ'ল। মন্ত্ৰী অমিয়কুমাৰ তিনি মাইল সাঁতুৰি আহি ৰক্ষা পৰিল। নগৰ দুয়োজনে তাতেই চিৰ-দিনৰ কাৰণে মেলানি মাগিলে। দেশৰ বাতৰি আৰু কিমান ক'ম বোপাই!

"আইতা, এইটো ভূঁইকঁপত কিমান মানুহ-দুনুহ মৰিল আইতা?"

"কোনেনো ক'বঅ' সোণ? আমাৰ ৰাজ্যৰ মুখ্য মন্ত্ৰীয়ে নিজেই কৈছে বোলে কিমান ক্ষয়-ক্ষতি হ'ল নিৰ্দ্ধাৰণ কৰাই টান হৈ পৰিছে। কিয়নো সোৱণশিৰিৰ পাৰৰ আৰু আবৰ পাহাৰৰ অসংখ্য গাৱঁৰ চিন মোকাম আজিকোপতি উলিয়াবই পৰা নাই। সেইজন মন্ত্ৰীৰ মতেই প্ৰায় ৫ লাখ মান লোক বোলে দুৰ্দশাত পৰিছে আৰু ৪৪ হেজাৰ লোকৰ নাম-নাকটু একো নোহোৱা হৈছে।

ভূঁইকঁপৰ জোকাৰ ইমান বেছি হৈছিল যে আবৰ, মিছিমি, আঁকা, মিৰি পৰ্ব্বত নদীৰ গড়া খহা দি খহি পৰিল। বিৰাট বিৰাট পৰ্ব্বতৰ শিলবোৰ খহি পৰি নদীবোৰ বন্ধ কৰি পেলালে—আৰু সেই নদীবোৰৰ সিটো ফালে জমা হৈ থকা

পানীবোৰে হঠাৎ পৰ্ব্বত ভেদ কৰি আহি গোটেই দেশখনে কোঢ়াল লগালে।—এদিনাখন মাজ ৰাতি ধমহ্ ধমহ্ শব্দ কিছুমান হ'ল। হঠাৎ চক্‌মককৈ সাৰ পাই মানুহৰ কাণ শব্দৰ পিনে গ'ল। হঠাৎ চিঞৰি উঠিল—"পানী পানী।" বিছনাৰ পৰা নামোতে নৌ নামোতেই পানী আহি এবুকু, এডিঙি, এথুতুৰি হ'ল। মাকে কেচুৱাকণক গোকোচাত বান্ধি ল'ব ধৰোতেই পানীয়ে উটাই লৈ গুচি গ'ল।—গোগামুখৰ হৰিচৰণে পোনা কেইটিৰে সৈতে সিহঁতৰ মাকক বৰচাঙলৈ কণামুণাকৈ তুলি দি ঘৰৰ মুখ কাটি কোনোমতে সি বাহিৰ ওলাব পাৰিলে—কিন্তু মাক আৰু পোনাহঁতক উঠাবলৈ নোৱাৰিলে—বানে উটুৱাই লৈ গ'ল।—দীৰপাই গাৱঁৰ দয়কীৰ বাপেক জাপান মিলিৰে সৈতে আঠোটা ল'ৰা-ছোৱালীয়ে অকলশৰীয়াকৈ এৰি থৈ গ'ল। তাই বাঁহ এজোপাৰ তলত আউলি বাউলি হৈ মূৰে কপালে হাত দি বহি আছে। এনেকুৱা আৰু যে কিমান কথা শুনিব লাগিছো—তোক কিমাননো কম সোণ?

চৰকাৰী হিচাপতে বোলে ১৫।১৬ শ মানুহ মৰা বুলি কৈছে—কিন্তু কোনে জানে কত হাজাৰ আৰু পৰ্ব্বতৰ খহনিত পৰি অদৃশ্য হৈ ৰ'ল। আজি দুৰ্ভগীয়াসকলৰ সহায়ৰ কাৰণে গোটেই পৃথিবীৰে পৰা সহায় আহিছে। কেৱে চাউল, কেৱে আটা, কেৱে গাখীৰ, কেৱে টকা, কেৱে টিন-লোহা, কাপোৰ-কম্বল আদি দি সহায় কৰিছে। এতিয়ালৈ

হেনো ৪০।৫০ লাখ টকাৰেই সহায় আহিছে গোটেই পৃথিৱীৰপৰা। কোনোবা এজনে হুমুনিয়াহ কাঢ়ি কৈছে বোলে— "বৰদলৈটো মৰিয়ে দেশখনত এনেখন হ'বলৈ পালে।"—হয়েতো, যিদিনা গোটেই ভাৰত ভূমি স্বাধীনতা উছৱৰ নামত উপল-মাখল; সিদিনা আমি টোকো চকুপানী—আমাৰ প্ৰিয়জনক হেৰুৱায়। শোক-সন্তাপে অলপ এৰা দিছিল মাথো—লাগিলহি এইখন—বোলে আইৰ ঘৰলৈ যাম, দুই হাতে খাম, বিধাতাই বোলে তোৰ পিচে পিচে যাম। মানুহেনো কিয় নক'ব—কমনো আছিল নে সেইজন? নহ'লেনো সেইদিনা আঁকা, ডফলা, মিৰি, নগা আদি পৰ্ব্বতৰপৰা নামি আহেনে, তেওঁৰ শ্ৰাদ্ধত যোগ দিবলৈ?

সেই পৰ্ব্বতীয়া ভাইহঁতৰ বুকুৰ কথা সিদিনা তেওঁলোকে নিজে আহি প্ৰকাশ কৰিলে—"বৰদলৈটোৱে চেষ্টা কৰিছিল আমাক ভাল কৰিবলৈ। আমাক চাবলৈ গৈছিল। সেইদেখিয়ে আজি খুচি হৈ আমি আহিছোঁ। বৰদলৈটোৱে কথাবোৰ ভালকৈ বুজাই বুজাই ক'ব জানিছিল। আমাৰ কথাকে ভাবি ভাবি দুখ পাইছিল। বৰদলৈটোৱে আমাক বৰ মৰম কৰিছিল। আমি তাক বোপাই ৰকম দেখিছিলোঁ। বৰদলৈটো মৰাত আমি মিছিমীয়ে বহুত দুখ পালোঁ।" "......বৰদলৈটো আমাৰ গৰীব দুখীয়াৰ দুখ দেকি আছিলে। এইটো মৰিলে আমাৰ বউত দুখ অ'লে ....। গুৱাহাটীত আগোতে মোক বৰদলৈটোক লগ পাব কুজিছিলোঁ......। কিন্তু বৰদলৈটো কি কাৰণে

মৰিলে ঈশ্বৰেহে জানে। ঈশ্বৰটোক খাটিছো এতিয়া বৰদলৈ-টোক মৰম কৰিব আৰু ভাল কৰি ৰাকিব……।" "আজি বৰদলৈ মৰিলে আন অসমীয়া ককাইহঁত আছে। বৰদলৈৰ নিচিনা তহঁতে আমাক মৰম কৰিবি। তেতিয়া আমিও বৰ-দলৈৰ হুকটো পাহৰি থাকিম ···।" " · বৰদলৈ ডাঙৰ ককাইজন গ'ল, তহঁতে সক ককাইহঁততো আছ, তহঁতে আমাক চাবি।"

"আজি ইমানবোৰ মানুহৰ লগত আমাক একেলগে খাবলৈ দিছে, বহিবলৈ দিছে। আগৰপৰা এনেকুৱা কথা থকাহেঁতেন এনেকুৱা নহ'লে হয় কিজানি। দেশ স্বাধীন হোৱাতহে ভৈয়ামৰ ককাইহঁতৰ লগত মিলিবৰ সুবিধা পালোঁ।"

এই কথাবিলাক তেওঁলোকৰ প্ৰাণৰ কথা।

"আইতা আমাৰ পৰ্ব্বত আৰু ভৈয়ামৰ মানুহবোৰ বেলেগ বেলেগ নেকি?"

"কিয়নো হবঅ' ধন?—সকলো একে মানুহ। তেওঁ-লোক থাকে পৰ্ব্বতত, আমি ভৈয়ামত। পিচে তেওঁলোক শিক্ষা-দীক্ষাত আমাৰবোৰতকৈ পিচ পৰা—সেয়াহে।—পিচে কিনো কৰি ধন; ইংৰাজবোৰ আমাৰ দেশলৈ আহি কম কৰিলে নে? কেউটিকালে ককাই-ভাইৰ দৰে থকা আমাৰ পৰ্ব্বতীয়া ভাইবোৰক আমাৰপৰা ফালৰি কাটি নিলে। তেওঁলোকৰ মাজলৈ আমাৰ অহা যোৱা বাট বন্ধ কৰি দিলে। তেওঁলোকৰ লগত আমাৰ যি ব্যৱসায়, মিত্ৰতা আদি আছিল সকলো ভঙ্গ কৰি দিলে। ফলত তেওঁলোক পিজৰাৰ জীৱ

হৈ পৰিল।—আমাৰ পিতৃ বন্ধাসকলৰ দিনত আমি একে ভাই-ককাই আছিলোঁ। স্বয়ং মহাপুৰুষ গুৰুৱে গাৰোৰ গোবিন্দ আতৈ, নগাৰ নৰোত্তম আতৈক শিষ্য ৰূপে লৈছিল। ইংৰাজে নিজৰ স্বাৰ্থৰ কাৰণে পৰ্ব্বতীয়া ভাইসকলক আমাৰ পৰা আঁতৰাই ৰাখিছে এনে তেল-পানীৰ সম্বন্ধ আমাৰ মাজত গঢ়িলে।

বৰদলৈ ককায়েকে তেওঁলোকৰ অন্তৰ জয় কৰিছিল। অন্তৰত সোমাই গৈছিল। আমাৰ পৰা বৃটিছে কূট কৌশলৰদ্বাৰা আঁতৰাই ৰখা আমাৰেই জাতি-ভাই পাহাৰীসকলক তেওঁ নিজৰ মাজলৈ আনিবলৈ বিচাৰিছিল। সেই বাবেই ১৯৪৬ চনত মন্ত্ৰী মিছনৰ আগতো কৈছিল যে পৰ্ব্বতীয়া ভাই সকল আমাৰ একে তেজ মঙহেৰে গঢ়া। তেওঁলোকক বৰ্ত্তমান ফালি ৰখাৰ দৰে ফালি নেৰাখি অসমৰ লগতেই এক শাসনৰ তললৈ আনিব লাগে।—সন্তুৰ পৰ্ব্বতীয়া ভাইসকলৰ প্ৰাণৰ কথা বুজা দ্বিতীয় জন লোক ভাৰতত নোলাব। সেই বাবেহে তেখেতৰ মৃত্যুত চৰ্দ্দাৰ পেটেলে ক'লে— "………বৰদলৈক বাদ দি অসমৰ কথা ভাবিবই নোৱাৰি। আজি দুবছৰৰপৰা তেখেতে তেখেতৰ কান্ধৰ ভাৰ শাৰীৰিক অসুস্থতাৰ কাৰণে নমাই থব খুজিছিল—কিন্তু মোৰ অনুৰোধতহে বাৰে বাৰে তেওঁ সেই ভাৰ হাঁহি মুখে বহন কৰি আছিল। বৰদলৈৰ সমকক্ষ লোক আৰু ওলোৱাটো মই ভাবিবই নোৱাৰোঁ।"

পণ্ডিত নেহৰুৱে জনালে "মোৰ পুৰণি বন্ধু আৰু সহকৰ্ম্মী বৰদলৈৰ মৃত্যুত মৰ্ম্মান্তিক শোক পালোঁ। সমস্যাবহুল ৰাজ্যখনৰ মুখ্য মন্ত্ৰী আৰু নিৰ্ভীক ৰণবীৰ এজন হেৰুৱাটো ডাঙৰ ৰাষ্ট্ৰীয় ক্ষতি। তেওঁৰ মৃত্যু কেৱল অসমৰ কাৰণেই ক্ষতিকৰ নহয়, গোটেই ভাৰতেই এজন নেতা হেৰুৱালোঁ।"

ৰাজেন্দ্ৰ প্ৰসাদে জনালে—"বৰদলৈৰ মৃত্যুৱে অসম আৰু ভাৰতৰ ৰাজহুৱা ---- সহজে পূৰাব নোৱাৰা আসন শূন্য কৰি থৈ গল। নিৰ্ভীক আৰু সৎ যুক্তাৰু হিচাপে তেওঁ নিজৰ ৰাজ্যৰ বাহিৰতো চেনেহ আৰু শ্ৰদ্ধাৰ পাত্ৰ আছিল।"

ভাৰতীয় সংসদে শ্ৰদ্ধাঞ্জলি জনাই ক'লে যে ভাৰতৰ সীমান্তৰ শাসন-শঙ্কুল ৰাজ্য এখনৰ সকলো দায়িত্ব কান্ধ পাতি লোৱা অৱস্থাতে বৰদলৈ পৰলোকলৈ গতি কৰিবলগীয়া হোৱাত অসমৰে নহয় দেশৰ লাখ লাখ লোকৰ অন্তৰত বজ্ৰাঘাত পৰিছে।

অধ্যক্ষ হেম বৰুৱাই কোৱা কথাই সঁচা—"মন্ত্ৰী হোৱা সহজ, জাতিৰ অন্তৰ জয় কৰা সহজ নহয়। জাতিৰ অন্তৰ জয় কৰিছিল বাবেই বৰদলৈদেৱৰ মৃত্যুৱে আজি দেশৰ তন্ত্ৰী কপাইছে।"

এইদৰে বৰদলৈৰ মৃত্যুত ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈ ৰজন-জনাই গ'ল।

৬ আগষ্টৰ ৰাতিপুৱা। বিহাৰাৰীৰ নিজা ঘৰত চিৰ-চেনেহী শীতল পাটিখনিত যেন কঠোৰ পৰিশ্ৰমৰ শেহতহে বিশ্ৰাম লৈ শুই আছে তেওঁ। চকুৰ আগৰপৰা অকস্মাতে জ্বলি থকা বন্তিখোৰ যেন নুমাই গ'ল। চাৰিওফালৰপৰা কন্দীয়া ডাৱৰে

আবৰি আহিল । হাজাৰ হাজাৰ লোক আহিছে—গৈছে । চকুপানী টুকি সকলো আঁতৰ হৈছে । ৰামধুনৰ ধ্বনিৰে চাৰিওকাষ মুখৰিত ।

আবেলি আঢ়ৈ বজাত সমদল যাত্ৰা আৰম্ভ কৰা হয় । তাৰ আগতে অসমৰ মিলিটাৰী বাহিনী, পুলিচ বাহিনী আদিয়ে ৰাজকীয় সম্মান প্ৰদৰ্শন কৰে । লাহে লাহে তিনি মাইল জোৰা শৱ-যাত্ৰাই—চলচলীয়া চকু-পানী বহন কৰি গোটেই নগৰ পৰিভ্ৰমণ কৰে। আলিৰ দুই দাঁতিয়ে থকা হাজাৰ হাজাৰ জনতাই তেওঁলোকৰ প্ৰিয় নেতালৈ শেষ সম্মান দৰ্শাই ফুল-বৃষ্টি কৰে। সমদল-যাত্ৰা ঘূৰি আহি আবেলি ৬ বজাত নৱগ্ৰহ শ্মশান পায়হি । তাতে ৰাজকীয় নানা সম্মান প্ৰদৰ্শন কৰাৰ পিচত হেজাৰ হেজাৰ ৰাইজৰ চকুৰ আগতে অসমৰ শক্তিকাৰ সিংহবীৰ লোকপ্ৰিয়ৰ শৱধাৰত জুই দিয়া হয় । চাই থাকোতে থাকোতে অসমৰ সৰ্ব্বপ্ৰিয়, সৰ্ব্বশ্ৰেষ্ঠ নেতাগৰাকীৰ নশ্বৰ দেহটো লেলিহান জুইকুৰাই বুকুত সাৱটি লয় ।” দেশত চকুলোৰ ঢল বয় । বুঢ়ী আই আৰু নাতিয়েক সজল চকুৰে আঁতৰি যায় ।

কবিয়ে গায়—

“অসমৰ বৰনৈ যমুনা পাৰত
নাবাজে মোহন বাঁহী গোপীনাথ নাই
সেইদিনা কাল নিয়তিয়ে
লৈ গ'ল জননীৰ বুকু চিৰি হায় ।”

—•ঃঃ•ঃঃ•—

সমাপন